# বিচাৰ

শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী

নলবাৰী

'বিচাৰ' আলোচনামূলক প্ৰবন্ধৰ সংকলন, ৰচনা আৰু প্ৰকাশ শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী, নলবাৰী, ১ম প্ৰকাশ, ১৫ জানুৱাৰী, ১৯৭১, বেচ-খনে তিনি টকা।

প্ৰকাশক
শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী,
ধমধমা ৰোড, নলবাৰী।

পৰিবেশক
দত্তবৰুৱা এণ্ড কোম্পানী,
গুৱাহাটী : নলবাৰী

মূল্য :—খনে তিনি টকা মাত্ৰ।

মুদ্ৰক
শ্ৰীৰাধাৰমণ বছাক
শ্ৰীকান্ত প্ৰেছ,
৭৫, বৈঠকখানা ৰোড,
কলিকতা-৯।



# নিবেদন

যিগৰাকী সদাশয় লোকে বোবাৰ অস্পষ্ট মৰ্ম-বেদনা উপলব্ধি কৰি, বোবাক উদগনি দি সাহিত্য-সেৱাৰ অনুপ্ৰেৰণা যোগালে, সেই সুবিজ্ঞ সাহিত্যিক, নলবাৰী কলেজৰ অবসৰপ্ৰাপ্ত অধ্যক্ষ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মোৰ অগ্ৰজ প্ৰতিম শ্ৰীযুত ত্ৰৈলোক্য নাথ গোস্বামী এম, এ; বি, এল, দেৱৰ কৰকমলত এই 'বিচাৰ' নিবেদন কৰিলোঁ।

শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী

## সূচীপাত

# পাতনি

এই অভাজনৰ আগৰ দুটা মানসিক সন্তান গুৰু ভকত কোনোবো উপকাৰত যে নাহিল তাক মই অনুভৱ কৰিছোঁ। সিহঁতে মোক চাউল একঠা খুৱাব দূৰৰ কথা, জন্মক্ষণত ভৰনি হোৱা হাতনিপেৰাৰ ধন খিনিও এতিয়ালৈকে আৰু ঘূৰি নাহিল। টোপোলাৰ ধন ভাঙি উগাৰি উগাৰি খাই পোহঁত এতিয়া মোৰ নিৰ্জন কোঠা এটাত পৰি পৰিহে আছে,—আৰু কত কাললৈ যে তাতেই পৰি নৰব! ৰাইজৰ মাজলৈ গৈ সিহঁতে মোৰ গুণ-যশ প্ৰচাৰ কৰিব দূৰৰ কথা, সিহঁতৰ কুঠগ মুখলৈ ৰাইজে চকুই নিদিয়ে, কথাবতৰাক ভাবে সম্ভৱতঃ প্ৰলাপ বুলি।

তথাপি আশা এৰা নাই। কবিয়ে গাইছে,—"আশা যেনে উপকাৰী নকৰি কেনেকৈ পাৰি, আশাতেই সংসাৰ চলিছে।" এতিয়া এনেহে হৈছে, যে আঁশাক এৰিব খুজিলেও আশাই এৰি নিদিয়াত পৰিছে।

পুনৰ নতুন সন্তান এটি জন্ম দিয়াৰ আকাঙ্ক্ষাই ভ্ৰূণৰূপে মোৰ মনত থিতাপি ললে। ভ্ৰূণ ক্ৰমে বাঢ়ি আহি বেদনা দিয়াত নলবাৰী কলেজৰ অধ্যাপক সুসাহিত্যিক শ্ৰীশশী শৰ্মা দেৱে অস্ত্ৰোপচাৰ কৰি সন্তানটো ভূমিষ্ঠ কৰিলে। শৰ্মাদেৱৰ সাহস, উদগনি আৰু সাহায্য নাপালে ই জীৱিত অৱস্থাৰে ভূমিষ্ঠ হোৱাৰ আশা আছিল দুৰ্লভ। শৰ্মাদেৱলৈ কৃতজ্ঞতা জনোৱাৰ ভাষা মোৰ 'মন-অভিধান'ত বিচাৰি নাপালোঁ। মোৰ অন্তৰৰ অপ্ৰকাশ্য ভাষা তেখেতে নিশ্চয় অনুভৱ কৰিব পাৰিব।

মই দ্বিধাগ্ৰস্ত হৈ সংশয়াপন্ন ভাৱত বিহ্বল হৈ থকা অৱস্থাত উৎসাহ, উদ্দীপনা আৰু সংশোধনীমূলক আলোচনাৰে শুধৰাই দিয়া কাৰণে নলবাৰী লেখক সংঘৰ সদস্য সকলৰ ওচৰতো মই ঋণী।

গৰ্গঋষিৰ কলিৰ সংস্কৰণ ছপাশাল কলিকতাৰ শ্ৰীকান্ত প্ৰেছে ঘুমলীয়া সন্তানটোৰ জন্ম-পত্ৰিকাখন ছপাই দিয়াকাৰণে ছাপাখানাৰ কৰ্তৃপক্ষকে আৰু ছাপাখানাৰ লগত সকলো যোগাযোগ অশেষ ক্লেশ ভুগিও কৰি দিয়া কাৰণে শ্ৰীযুত অভয় দত্ত দেৱলৈ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছোঁ।

পূৰ্বৰ সন্তান দুটিৰ প্ৰভাৱ যাতে ঘুমলীয়াটিৰ ওপৰত নপৰে তাৰ কাৰণে মই যথেষ্ট চেষ্টা কৰিলোঁ, ভ্ৰূণ অৱস্থাত থকাৰেপৰা নানা শাস্ত্ৰীয় বচন ভাটৌৰ দৰে শিকাবলৈ অহোপুৰুষাৰ্থ কৰিলোঁ। কিন্তু মোৰ সকলো চেষ্টা-শ্ৰম ব্যৰ্থ হ'ল যেন পাইছোঁ,—কাৰণ কথাতে কয়, "বৰ ভাই যিপিনে যায়, সৰু ভায়ো সিপিনে যায়।"

কুপুত্ৰলৈও পিতৃ-মাতৃৰ অকপট মৰম স্নেহ থকা স্বাভাৱিক। ময়ো তাৰ ব্যতিক্ৰম নহওঁ। সাধাৰণলোকে হে গুণীক শ্ৰদ্ধা কৰে; কিন্তু সদাশয় সকলে সুগুণ-নিৰ্গুণ, উত্তম-অধম, পাপাত্মা-পুণ্যাত্মা প্ৰভৃতি সকলোৰে প্ৰতি সমানে কৃপা-দৃষ্টি নিক্ষেপ কৰে। তাকেই ভাৰসা কৰি মোৰ ঘুমলীয়া সন্তানটিক ৰাইজৰ মাজলৈ আগ বঢ়ালোঁ।

শেষত মোৰ চেনেহৰ চেমনীয়া ভাইহঁতৰ হাতত মোৰ ঘুমলীয়া সন্তানটিক গতাই দিলোঁ। আশাকৰোঁ তেওঁলোকে তাৰ চৰিত্ৰ অধ্যয়ন কৰি দোষ-গুণ 'বিচাৰ' কৰি শুধৰাই লব।

মাঘবিহু ঃ ১৮৯২ শক
( ইং ১৪।১।৭১ )
ধমধমা ৰোড, নলবাৰী
অসম

ধন্যবাদ—
শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী

## দুৱাৰ বন্ধ

ইং ১৯৬৬ চনৰ ৩০, ৩১ ডিচেম্বৰ আৰু ১৯৬৭ চনৰ ১লা জানুৱাৰীৰ দিনা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন বহিছিল ডিব্ৰুগড়ত। মই আমাৰ শাখা সাহিত্য সভাৰ আন চাৰিগৰাকী সদস্যৰ সৈতে অধিবেশনত যোগ দিবলৈ বুলি ৰেলেৰে যাত্ৰা কৰিবলৈ ঘৰৰ পৰা ওলাই আহিলোঁ ২৮ ডিচেম্বৰৰ দিনা ৰাতিপুৱা।

আমি যাবলগা মেইল ট্ৰেইন খন এঘণ্টা পলম কৰিহে আহি আমাৰ ইষ্টেচনত ৰ'লহি। আমাৰ টিকট আছিল 'শোৱাডবাৰ'। আমি দৌৰাদৌৰিকৈ গৈ টালিটোপালিৰে সৈতে নিৰ্দিষ্ট ডবাটোত উঠিবলৈ গলোঁ। কিন্তু উঠাৰ আগতে এজন হিন্দুস্থানী ভদ্ৰলোকে "এইটো ৰিজাৰ্ভ ডবা" বুলি কৈ দুৱাৰ বন্ধ কৰি দিলে।

সৌভাগ্যক্ৰমে মোৰ সহযাত্ৰীসকল আছিল স্থানীয় কলেজৰ অধ্যাপক আৰু তেওঁলোকৰ পুৰণি ছাত্ৰ এগৰাকী ইষ্টেচনত সহকাৰী ইষ্টেচন মাষ্টৰ আছিল। তেওঁৰ সহায়ত আমি গাড়ীত উঠিলোঁ আৰু শুই যাবপৰা ঠাই অধিকাৰ কৰি ললোঁ।

সহযাত্ৰী অধ্যাপক সকলৰ ভিতৰৰ এগৰাকী অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সভাৰ সদস্য আছিল। তেওঁ আগতে কিছুদিন ডিগবৈ কলেজতো অধ্যাপনা কৰিছিল। সজ ব্যৱহাৰৰ কাৰণে তেওঁ তাত বহুত লোকৰ প্ৰিয়পাত্ৰ হব পাৰিছিল আৰু গাঢ় বন্ধুত্বও গঢ়ি উঠিছিল। পুৰণি বন্ধু-বান্ধৱক দেখা কৰাৰ বাবে কিছু সময়ৰ কাৰণে তেওঁ ডিগবৈত সোমাই যোৱাৰ ইচ্ছা প্ৰকাশ কৰাত আমি একে

লগে ডিগবৈ দৰ্শন কৰি যাবলৈ ইচ্ছা কৰিলোঁ। ৰাতিপুৱাৰে পৰা গাড়ী দৌৰি গৈ গৈ শেষনিশা তিনিমান বজাত আমাক তিনিচুকীয়া পোৱালেহি। তাৰপৰা এখন টেক্সিৰে গৈ চাৰিমান বজাত গৈ ডিগবৈ পালোঁ।

সহযাত্ৰী অধ্যাপক সকলৰ এজন প্ৰাক্তন ছাত্ৰই ডিগবৈত শিক্ষকতা কৰে। আমি আটায়ে গৈ তেওঁৰ বাঁহাঘৰত নামিলোঁ। শিক্ষকজনৰ ব্যৱহাৰত আমি মুগ্ধ হলোঁ। আমাৰ সহযাত্ৰী কাৰ্য্য-নিৰ্বাহক সভাৰ সদস্য গৰাকীয়ে অলপ সময়ৰ ভিতৰতে তেওঁৰ বন্ধু-বান্ধৱক মাত লগাই আমাকো পৰিচয় কৰি দি, থকা-খোৱাৰ ব্যৱস্থাৰ উপৰিও তেল শোধনাগাৰ চোৱাৰো সুবিধা কৰি দি সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহকৰ সভাত যোগ দিবলৈ বুলি আমাক ডিগবৈতে এৰি ডিব্ৰুগড়লৈ মটৰেৰে গুচি গ'ল। আৰু আৱশ্যকীয় অনুমতি পত্ৰ লৈ আমি গলোঁ তেল শোধনাগাৰ চাবলৈ।

শোধনাগাৰৰ প্ৰধান প্ৰৱেশ পথত দুৱৰীয়ে অনুমতিপত্ৰ পৰীক্ষা কৰি আমাৰ লগত থকা দিয়াচলাইবোৰ প্ৰৱেশ পথত জমা ৰাখি প্ৰদৰ্শক এজনৰ সৈতে শোধনাগাৰ দৰ্শন কৰিবলৈ আমাক সোমাবলৈ দিলে। আমি মনতে প্ৰদৰ্শক বুলি ভাবিলোৱা ব্যক্তি গৰাকীয়ে আমাক এটা অফিচ ঘৰলৈ নি বহিব দিলে। তাত কিছু সময় বহাৰ পিছত আন এজন ভদ্ৰলোক ওলাই আহি আমাক লগত লৈ ওলাই গৈ এফালৰ পৰা শোধনাগাৰটো দেখুৱাব ধৰিলে। মাটীয়া-তেলৰপৰা ক'ত কেনেকৈ শোধন হৈ ৰঙা কেৰাচিন, চফা কেৰাচিন, ডিজেল, মবিল, পেট্ৰোল, মম ইত্যাদি তৈয়াৰ হয়, আমাক বুজাই দিলে। সহযাত্ৰী অধ্যাপক কেইজনে কিবা তাৎপৰ্য্য বুজিলে যদিও মই হলে কেৱল অসংখ্য মাস্তুল, অসংখ্য পাইপ আৰু বহুতো ইঞ্জিন চলি থকাহে দেখিলোঁ। দেখি দেখি বিজ্ঞানৰ বৈচিত্ৰ্যময় ৰূপ আৰু লগতে মানুহৰ এই অপূৰ্ব সৃষ্টিৰ কথা ভাবি ভাবি মই কেৱল বিস্ময়-বিমূঢ় হলোঁ।



এসময়ত চাৰিওফালে এপাক ঘূৰি আমি আকৌ শোধনাগাৰৰ প্ৰধান প্ৰৱেশদ্বাৰত ওলালোঁ গৈ। সন্তোষিত চিত্তেৰে তাৰপৰা ওলাই এইবাৰ নগৰখনৰ মাজেদি এপাক মাৰিবলৈ স্থিৰ কৰিলোঁ। নগৰখন সৰু হলেও ধুনীয়া, পৰিপাটি, পৰিস্কাৰ-পৰিচ্ছন্ন। বাটত ধূলি-বালি বা জাবৰ জোঠৰ নাই। তাৰ বাসিন্দা সকলৰ পৰা জানিব পাৰিলোঁ যে আগতে ইংৰাজ লোকৰ সংখ্যা বেচি থকাত নগৰখন হেনো আৰু বেচি পৰিস্কাৰ-পৰিচ্ছন্নহে আছিল। ভাৰতীয় লোকৰ সংখ্যা বঢ়াৰ লগে লগে নগৰৰ সৌন্দৰ্য্য ম্লান পৰি আহিছে বুলি কলে। নগৰৰ সৰহ ভাগ আলি-পদূলি, ঘৰ-দুৱাৰ তেল কোম্পানীয়ে সজোৱা। মৰ্য্যাদা অনুসৰি বিনাভাড়াই চাকৰিয়াল সকলে ইয়াত থাকিবলৈ পায়। উচ্চ-মৰ্য্যাদা সম্পন্ন সকলে মোটৰ গাড়ীও পায়।

শোধনাগাৰৰ কাম দিনে নিশাই ২৪ ঘণ্টাই চলে। প্ৰতিজন কৰ্মচাৰীয়ে নিতৌ ৮ ঘণ্টাকৈ কাম কৰিব লাগে, চুটি সপ্তাহত এদিন। কোম্পানীৰ কাম অত্যন্ত নিয়মীয়া। যথাসময়ৰ এমিনিট পিছতো কামত যোগ দিবলৈ নিদিয়াৰ নিদৰ্শনো আছে। কৰ্তব্যত অৱহেলা কৰা কৰ্মচাৰীক হেনো আগতে কোনো আপত্তি দৰ্শোৱাৰ সুবিধা নিদিয়াকৈ কামৰপৰা বিদায় দিয়া হৈছিল।

আমাৰ চৰকাৰী কাৰ্য্যালয়বোৰত অৱশ্যে সুকীয়া কথা। উৰ্দ্ধতন বিষয়াসকলৰ কাম কেৱল তলতীয়া কৰ্মচাৰীয়ে নিৰ্দিষ্ট কৰি দিয়া ঠাইত চহী কৰা। আমাৰ বৰ বৰ বিষয়া সকল কাৰ্য্যালয়ত সৰহ কাল নাথাকি বাহিৰত ঘূৰি ফুৰিলেও তেওঁলোকৰ কৈফিয়ৎ লওঁতা নাই। কিন্তু কোম্পানীৰ ক্ষেত্ৰত সৰু বৰ সকলো বিষয়াই আঠ ঘণ্টাকৈ কাম কৰিবই লাগে।

এই বিদেশী কোম্পানীটোৱে আমাৰ দেশৰ সম্পদ শোষণ কৰিছে যদিও ডিগবৈবাসী ভাৰতীয় সকলক কৰ্তব্যপৰায়ণ আৰু নিয়মানুবৰ্তী হবলৈও শিকাইছে। এই বিদেশী সকলে নিজেও নিষ্ঠাৰে কাম কৰে আৰু আনৰপৰাও ভালকৈ কাম আদায় কৰিব জানে। আৰু মোৰ ধাৰণা হ'ল যে এওঁলোকে ভালকৈ খাব আৰু থাকিবও জানে।

নগৰখনৰ মাজেদি ঘূৰিপকি আহি নিশা আকৌ শিক্ষক জনৰ আতিথ্য গ্ৰহণ কৰি শোৱাৰ ব্যৱস্থা কৰিলোঁ। দিনটো ভাগৰি থকা কাৰণে বিছনাত পৰাৰ লগে লগে কেতিয়া টোপনি আহিল তৰ্কিবই নোৱাৰিলোঁ।

অলপ দূৰত এটা ডাঙৰ পুখুৰী দেখা পালোঁ। চাৰিওপাৰে শাৰী পাতি থকা নাৰিকল আৰু খেজুৰৰ পাতবোৰে মৃদু সমীৰণৰ পৰশ পায় যেন আনন্দত আত্মহাৰা হৈ নৰ্তকীবদৰে লয়-লাসে নাচিবহে ধৰিছে। পূবপাৰত এটা মাৰ্বোল পাথৰৰ ধুনীয়া মন্দিৰ। হেঙুল-হাইতালেৰে ৰং দিয়া মন্দিৰটোৰ সৌন্দৰ্য্যই মোৰ মন আকৰ্ষণ কৰিলে। মই ওচৰলৈ গৈ দেখিলোঁ কিছুমান ডাঙৰ ডাঙৰ পেটৰ মূৰত গোলাপী ৰঙৰ কাপোৰেৰে পাগুৰীমৰা মানুহে ব্ৰাহ্ম-মুহূৰ্ততে গা ধুই আহি মন্দিৰৰ প্ৰাঙ্গণত বহি প্ৰাৰ্থনা কৰিব ধৰিছে। প্ৰাৰ্থনা কৰি থাকোঁতে মন্দিৰৰ দুৱাৰ মেলখালে আৰু ভিতৰৰ পৰা অপৰূপ ৰূপ লাৱণ্যময়ী নাৰী হাতত এখন প্ৰসাদৰ থাল লৈ বাহিৰলৈ ওলাই আহি, সেই প্ৰাৰ্থনাৰত লোকসকলৰ মাজত প্ৰসাদ বিতৰণ কৰিব ধৰিলে। প্ৰসাদ পাই তেওঁলোক আনন্দিত হৈ গন্তব্য স্থানলৈ গতি কৰিলে। তাৰ পাছত বিভিন্ন ধৰণৰ সাজ-পাৰ পিন্ধা কেবাটিও দল আহি নিজা-নিজা ৰীতিত মন্দিৰ-প্ৰাঙ্গণত প্ৰাৰ্থনা কৰি সেই করুণাময়ী নাৰীৰ হাতৰ পৰা প্ৰসাদ লৈ হৃষ্টচিত্তে প্ৰত্যাবৰ্তন কৰিলে।

লাহে লাহে সূৰ্য্য উদয় হ'ল আৰু লগে লগে মন্দিৰৰ দুৱাৰ বন্ধ হৈ গ'ল। বহু সময়ৰ পিচত অস্থি-চৰ্ম্মসাৰ, চকু কোঁটৰত সোমোৱা, মূৰৰ কুম আৰু গালৰ কপাটি ভঙা, এডন মানুহ আহি মন্দিৰৰ প্ৰাঙ্গণত আৰ্তনাদ কৰিব ধৰিলে ঃ "আমাক খাদ্য লাগে, শিল্প-উদ্যোগত আমাক স্থান লাগে, ব্যৱসায় লাগে, কৃষিৰ কাৰণে মাটি লাগে, চাকৰি লাগে, বাসস্থান লাগে, আমাৰ সকলোবোৰ সম্পদ বিদেশী আৰু বহিৰাগত লোক সকলে অপহৰণ কৰিলে......।" এওঁলোকে বহুপৰকাল আৰ্তনাদ কৰি আছিল যদিও দুৱাৰ কিন্তু আৰু মেল নাখালে।



বহু সময়লৈ মই এই দৃশ্য চায়েই আছিলোঁ। এনেতে শোধনাগাৰৰ চাইৰেণৰ বিৰাট ধ্বনিত মই সাৰ পালোঁ। ঘৰীলৈ চাই দেখিলোঁ—তেতিয়া ৰাতি তিনি বাজিছে। আকৌ টোপনি যাবলৈ চেষ্টা কৰিলোঁ, কিন্তু কোনোমতে টোপনি নাহিল। কিছু সময় বগৰাবাগৰি কৰি থকাৰ পিছত আকৌ চাইৰেণ বাজিল। এইবাৰ ঘৰীলৈ চাই দেখিলোঁ—চাৰি বাজিল। ডিগবৈৰ নিয়মানুবৰ্তিতাৰ বিষয় শুনিছি-লোঁহে, এতিয়া চকুৰে চাবলৈ বুলি বাটলৈ ওলাই আহিলোঁ। বাটৰ বিজুলি চাকি জ্বলি আছিল। মই গৈ চাৰি আলিৰ চ'ক এটাত থিয় দিলোগৈ। সেইখিনি পোৱাৰ লগে লগে মানুহৰ পদযাত্ৰা দেখিলোঁ। প্ৰত্যেকজন মানুহে হাতত জলপানৰ টোপোলা একোটা লৈ বেগাই খোজ দিছে। তাৰ পিছত চাইকেল, মটৰ চাইকেল, মটৰকাৰ আদি নিজ নিজ বাহনত কৰ্মচাৰী সকলে নানাধৰণৰ 'টিফিন কেৰিয়াৰ' ওলোমাই লৈ শক্তি অনুসাৰে তীব্ৰগতিত যাত্ৰা কৰিছে। অনুমান হ'ল যে ই এটা মানুহৰ শোভাযাত্ৰাহে!

তেতিয়া পুহমহীয়া শীত। নানা তৰহৰ গৰম কাপোৰ লৈও মানুহে ৰক্ষা নাপায়। কিন্তু ইংৰাজচাহাবকে আদিকৰি মাদ্ৰাজী, পঞ্জাৱী, হিন্দুস্থানী, গুজৰাটী, নেপালী, ৰাজস্থানী আদিকৰি তেল কোম্পানীৰ কৰ্মচাৰী সকলে এই শীতলৈ ভ্ৰূক্ষেপ নকৰি যিমানপাৰে বেগাই খোজ দিছে। জনস্ৰোত লাহে লাহে পাতল হৈ আহিল। পাঁচ বজাৰ লগে লগে তৃতীয়বাৰৰ কাৰণে চাইৰেণ বাজি উঠিল। হেনো তৃতীয় চাইৰেণৰ লগে লগে শোধনাগাৰ আৰু আনুসঙ্গিক কাৰখানা বোৰৰ দুৱাৰ বন্ধ হয়। কিন্তু মই দেখিলোঁ যে তৃতীয় চাইৰেণৰ পিছত হে চাৰিজন ডেকা-অসমীয়াই চাইকেল ঠেলি ঠেলি বেগাই আগবাঢ়িছে।

তেওঁলোকক দেখি ধাৰণা হ'ল যে শোধনাগাৰ পোৱাৰ আগে আগে দুৱাৰ বন্ধ হব আৰু মনত খেলালে যে অকল এই চাৰি জন অসমীয়া ডেকাৰ কাৰণেই কেৱল দুৱাৰ বন্ধ নহয়, সকলো ক্ষেত্ৰতে

যেন অসমীয়াৰ কাৰণে দুৱাৰ বন্ধ। অসমীয়াই অসমত কাম বিচাৰি নাপাই নিবনুৱা হৈ উপবাসী জীৱন যাপন কৰিব ধৰিছে, কিন্তু অসমলৈ অহা লক্ষ লক্ষ বহিৰাগতই কঠোৰ শ্ৰম কৰি মুঠিয়ে মুঠিয়ে সোণ বুটলি নিজৰ ঘৰলৈও পঠিয়াব ধৰিছে। বিলাস নিদ্ৰাই অসমীয়াৰ হাতৰ কাম আৰু শৰীৰৰ শক্তি হৰণ কৰিছে, কাণ গধুৰ কৰিলে, দৃষ্টিশক্তি ক্ষীণ কৰিলে আৰু বোধশক্তি লোপ কৰিলে। ৰত্নপ্ৰসূ অসমত অসমীয়াৰ কাৰণে আজি অন্নবস্ত্ৰৰ হাহাকাৰ, অথচ বহিৰাগত-সকলে যিকোনো ব্যৱসায়তে হাত দি কঠোৰ শ্ৰমৰদ্বাৰা মুঠিয়ে মুঠিয়ে সোণ, মানিক, মুকুতা আদি সংগ্ৰহ কৰি আঢ্যৱন্ত হৈ উঠিছে।

এসময়ত প্ৰতিগৰাকী অসমীয়াই কৃষি, শিল্প, বাণিজ্যৰ উপৰিও যুঁজ-বাগৰতো আছিল অতিশয় নিপুণ। অসমীয়ালোকৰ বীৰত্ব, দেশপ্ৰেম আৰু কৰ্তব্যপৰায়ণতা দেখি শত্ৰুইও নশলাগি নোৱাৰিছিল। অথচ আজি তাৰ সম্পূৰ্ণ বিপৰীত। এই অসমত বহিৰাগতসকলে ভূৰিভোজন কৰা আৰু থলুৱা অসমীয়া সকলৰ অৰ্দ্ধাহাৰী, অনাহাৰী শুকান মুখবোৰৰ চিত্ৰ মোৰ মানস চকুত ভাঁহি উঠিল।

অসংলগ্ন ভাববোৰ এটাৰপিছত এটাকৈ মনত উকি দি থাকোঁতে হঠাৎ পূবৰ সেন্দুৰীয়া আকাশলৈ চকু পৰিল। উদয়াচলৰ ঢাকনি বিদীৰ্ণ কৰি হাঁহি হাঁহি সোণালি কিৰণ বিলাই দিনমণি ক্ৰমে আকাশৰ ওপৰলৈ উঠি আহিব ধৰিছে। আহা, কি যে বিতোপন মনোমোহা দৃশ্য!

## স্বাৱলম্বন

জগতৰ সকলো প্ৰাণীয়ে জন্মৰ পাচৰেপৰা নিজে নিজৰ খাদ্য খোৱাৰ চেষ্টা কৰে আৰু শৰীৰৰ শক্তি বঢ়াৰ লগে লগে নিজৰ ভৰিৰ ওপৰত থিয় হবলৈ চেষ্টা কৰে। এয়ে স্বাৱলম্বনৰ প্ৰথম স্তৰ। অনুক্ৰমে পৰিণত বয়সত সকলো প্ৰাণীৰ কাৰণে নিয়তিয়ে স্বাৱলম্বী হব পৰা ব্যৱস্থা কৰি থৈছে। পৰিণত বয়সতো সেই প্ৰাণীবোৰৰ ভিতৰত দুৰ্ভাগ্যক্ৰমে যিবিলাকৰ চলন শক্তি, দৃষ্টি শক্তি, শ্ৰৱণ-শক্তি, বাক-শক্তি আদি হীনহোৱা কাৰণত নাইবা এলাহত পৰি স্বাবলম্বী হব নোৱাৰি পৰনিৰ্ভৰশীল হৈ চলিব লগা হয়, সেই বিলাকৰ দিন দুখতে অতিবাহিত হয়। সমৰ্থবান লোকে তেওঁলোকক পুতৌ কৰে।

ব্যক্তিগতভাবে এজনলোকে নিজৰ আৱশ্যকীয় সামগ্ৰী নিজে উৎপাদন কৰি নিজৰ ভৰিৰ ওপৰত থিয় হৈ স্বাৱলম্বী হোৱা যেনে কাম্য, তেনেকৈ দেশ এখনেও নিজৰ আৱশ্যকীয় সামগ্ৰী নিজৰ দেশতে উৎপাদন কৰি স্বাৱলম্বী হোৱাটো তেনে কাম্য। তেনেকৈ স্বাৱলম্বী লোকক আনে শ্ৰদ্ধা কৰে আৰু পৰনিৰ্ভৰশীল লোকক পুতৌ কৰে, ঠিক তেনেকৈ স্বাৱলম্বী দেশকো আনে শ্ৰদ্ধা কৰে আৰু পৰনিৰ্ভৰ-শীল দেশক আন দেশে পুতৌ কৰে।

আজি আমাৰ দেশে ৰাজনৈতিক স্বাধীনতা লাভ কৰিছে যদিও অৰ্থনৈতিক স্বাধীনতা এতিয়াও আকাশ-কুসুম হৈয়ে আছে। স্বাধীনতা লাভৰ বাইশ বছৰ পিছতো আমাৰ দেশ অৰ্থ, বস্ত্ৰ, খাদ্য, বিলাস-সামগ্ৰী আদিৰ কাৰণে পৰনিৰ্ভৰশীল।

চিন্তাশীল লোকসকলে অনুমান কৰে, যে উন্নত সাম্ৰাজ্যবাদী দেশবোৰে নতুনকৈ ৰাজনৈতিক স্বাধীনতা লাভকৰা অনুন্নত দেশ

বোৰক অভিসন্ধি কৰি সাহায্যৰ লোভ দেখুৱাই সেই অনুন্নত দেশবোৰক সুদূৰ ভৱিষ্যতলৈ বিভ্ৰান্ত কৰি অৰ্থনৈতিক পৰাধীন আৰু সকলোক্ষেত্ৰতে পৰনিৰ্ভৰশীল কৰি ৰাখি কেৱল অনুগামী কৰি ৰখাৰ ব্যৱস্থা কৰিছে।

আমাৰ দেশে স্বাধীনতা লভাৰ পিচত আমাৰ ৰাষ্ট্ৰনেতা সকলে মহাত্মাগান্ধীৰ আদৰ্শ পৰিত্যাগ কৰি বিদেশী সাম্ৰাজ্যবাদী ৰাষ্ট্ৰসমূহৰ লোভনীয় সাহায্য গ্ৰহণ কৰি দেশখনক ৰাতাৰাতি ইংলণ্ড, আমেৰিকা প্ৰভৃতি দেশৰ পৰ্য্যায়লৈ উন্নত কৰাৰ অলীক কল্পনা কৰিছিল। ফলত গান্ধীজীৰ 'স্বৰাজ'ৰ অৰ্থ বিকৃত হ'ল। গান্ধীজীয়ে কৈছিল,— "স্বৰাজ আকাশৰ পৰা সৰি নপৰে, ইয়াৰ মূলতে আছে স্বাৱলম্বন।"

সম্প্ৰতি আমাৰ পৰনিৰ্ভৰশীলতা অতিমাত্ৰাই বাঢ়িছে। দেশৰ নেতাসকলে ভিক্ষাপাত্ৰ হাতত লৈ অৰ্থ, খাদ্য আৰু অন্যান্য সাহায্য প্ৰাৰ্থনা কৰি ফুৰিছে। বিদেশী সাহায্য নাপালে আমাৰ দেশৰ পঞ্চ-বাৰ্ষিকী পৰিকল্পনাৰ উন্নয়ন মূলক কামবোৰ আধৰুৱা হৈ থাকিব। বিদেশৰপৰা খাদ্য নাপালে আমাৰ বহুত মানুহ লঘোনে থাকিব লাগিব। বিদেশী গাখীৰ জাতীয় হৰ্লিক্স আৰু অন্যান্য গুড়ি-গাখীৰ নাপালে আমাৰ শিশু আৰু ৰোগীসকলক প্ৰতিপালন কৰা টান হব, আৰু আমাৰ দেশৰ হাজাৰ হাজাৰ চাহৰদোকান বন্ধ হৈ যাব।' সেই বিদেশী ৰাষ্ট্ৰসমূহে আমাৰ দেশত থকা তেওঁলোকৰ চৰ-অনুচৰ বিলাকৰ সহযোগত ভাৰতীয় যুৱক-যুৱতীক বিভ্ৰান্ত কৰিবলৈ ভাৰতৰ বজাৰবোৰ ভৰাই পেলোৱা ( যাক এসময়ত মহাত্মাগান্ধীয়ে অশুচি আৰু পাপৰ বস্তু বুলি অগ্নিকুণ্ডত নিক্ষেপ কৰিছিল ) অতি মিহি 'টেৰেলিন' আদি নানাৰকমৰ অতি দামী ধুনীয়া কাপোৰ নহলে আমাৰ দেশৰ ল'ৰা-ছোৱালী, যুৱক-যুৱতীৰ 'আধুনিক' সাজ-পাৰ তৈয়াৰ নহব।

ইয়াৰ উপৰিও আমাৰ দেশৰ স্কুলীয়া ল'ৰা ছোৱালীৰ ভিতৰত সৰহ সংখ্যকেই পুষ্টিহীনতাৰোগ ভুগী আছে। অন্যান্য দেশে পুতৌ কৰি আমাৰ লৰা-ছোৱালীহঁতক খুৱাবলৈ স্কুলে স্কুলে গাখীৰ দান কৰিছে।



আমি পৰমকৃতজ্ঞতাৰে সেইদান গ্ৰহণ কৰিছোঁ। আনকি যোৱা ২য় মহাসমৰত পৰাজিত হৈ প্ৰায় উচ্ছন্ন হোৱা দেশদ্বয় জাপান আৰু পশ্চিম জাৰ্মানীয়ে নিজৰ ভৰিৰ ওপৰত থিয় দি নিচেই কম কালৰ ভিতৰতে পুনৰ আত্মনিৰ্ভৰশীল হৈ সম্প্ৰতি আমাৰ দেশলৈ সাহায্য আগ বঢ়াইছে। এনেবোৰ বিদেশী দান আৰু সাহায্যই আমাক কেৱল পুতৌৰ পাত্ৰ কৰি তুলিছে, আমি সন্মানৰ অধিকাৰী হবপৰা নাই।

এজন মানুহে তেওঁৰ সকলোখিনি আৱশ্যকীয় খাদ্য আৰু ব্যৱহাৰ্য্য সামগ্ৰী নিজে উৎপাদন কৰি স্বাৱলম্বী হোৱা সম্ভৱপৰ নহয়, কিন্তু পৰস্পৰে পৰস্পৰক সহায়ৰ জৰিয়তে এখন পৰিয়াল, এখন গাওঁ বা এখন দেশ স্বাৱলম্বী হব পাৰে। মহাত্মাগান্ধীয়ে দক্ষিণ আফ্ৰিকাত থাকোঁতে দাৰবানৰ ফিনিক্সত এখন আশ্ৰম নিৰ্মাণ কৰি তাৰ অধিবাসী-সকলক স্বাৱলম্বী কৰি তুলিছিল। কৃষি, শিল্পকে আদি কৰি সকলো বিষয়তে আশ্ৰমবাসী সকলে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু আশ্ৰমৰ ভিতৰতে থাকি স্বাৱলম্বী জীৱন নিৰ্বাহ কৰিবলৈ অভ্যস্ত হৈছিল। আনকি আশ্ৰমৰ ল'ৰা-ছোৱালীহঁতক লিখা-পঢ়া শিকোৱাৰে পৰা 'ইণ্ডিয়ান অপিনিয়ন' বোলা বাতৰি কাকতখন প্ৰকাশলৈ সকলো ধৰণৰ কাম আশ্ৰমতে সম্পন্ন হৈছিল। পিছত নিৰ্মাণ কৰা 'টলষ্টয় আশ্ৰম' 'সবৰমতী আশ্ৰম' আদিও গান্ধীজীয়ে স্বাৱলম্বী কৰি তুলিব পাৰিছিল। দেশবাসী মাত্ৰকে আৰু বিশেষকৈ দেশৰ ভৱিষ্যৎ বংশধৰ সকলক যাতে তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত আৰু পৰিচালিত আশ্ৰম সমূহৰ দৰে আদৰ্শ আৰু স্বাৱলম্বী জীৱন গঢ়াত সহায় কৰিব পাৰে তাৰ কাৰণে গান্ধীজীয়ে বুনিয়াদী শিক্ষাৰ আঁচনি লৈছিল। বুনিয়াদী শব্দৰ অৰ্থ 'গুৰি শকত'। এই আঁচনি অনুসৰি প্ৰতিগৰাকী ছাত্ৰ-ছাত্ৰীকেই গুৰিৰে পৰা অধ্যয়নৰ লগে লগে স্বাৱলম্বনৰ কাৰণে অৰ্থকৰী বিদ্যা শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল'। কিন্তু অতি দুখৰ বিষয় যে গান্ধীজীৰ উত্তৰাধিকাৰী বুলি দাবী কৰা আমাৰ দেশৰ চৰকাৰে

গান্ধীজীৰ বুনিয়াদী শিক্ষা আঁচনিৰ নিৰ্জীৱ জঁকাটোৰ ঠায়ে ঠায়ে দুই-এখন প্ৰদৰ্শনী পাতিয়েই আত্ম প্ৰসাদ লাভ কৰিছে।

আগৰকালত আমাৰ দেশত শিষ্যই গুৰুৰ আশ্ৰমত থাকি অধ্যয়ন কৰিছিল। শিষ্যসকলে অধ্যয়নৰ লগে লগে গো-পালন, বৃক্ষ-ৰোপণ, কাঠ আহৰণ আদি কৰি গুৰু গৃহৰ যাৱতীয় সকলো কৰ্ম সম্পাদন কৰি তেতিয়াৰ আশ্ৰম জীৱন স্বাৱলম্বী কৰি তুলিছিল। শিক্ষা সমাপ্তৰ লগে লগে তেতিয়াৰ প্ৰতিগৰাকী শিক্ষিতব্যক্তি স্বাৱলম্বী পুৰুষৰূপে গৃহস্থাশ্ৰমত প্ৰৱেশ কৰিবলৈ হৈছিল সমৰ্থ।

আজি আমাৰ মাজৰ বহুতে কয় যে সেই ৰামো নাই আৰু সেই অযোধ্যাও নাই। কিন্তু অলপ চিন্তা কৰিলে দেখা যায় যে প্ৰণালী বোৰৰ অলপ অচৰপ ৰূপান্তৰ হলেও আন আন উন্নত দেশত প্ৰাচীন ভাৰতবৰ্ষৰ সদৃশ ৰূপৰ শিক্ষা ব্যৱস্থাৰ নিদৰ্শন দেখা যায়।

উন্নত দেশবোৰত আমাৰ দৰে ঐকেশ বছৰ পূৰ্ণ হলে লৰা-ছোৱালীক প্ৰাপ্তবয়স্ক বুলি ধৰা হয় আৰু তেতিয়াৰ পৰা অভিভাবকে তেওঁলোকৰ বিশেষ কোনো দায়িত্ব বহন নকৰে। আনকি প্ৰাপ্ত বয়স্ক ছাত্ৰ-ছাত্ৰীয়ে নিজৰ উপাৰ্জনেৰে উচ্চ শিক্ষা গ্ৰহণ কৰিব লগাত পৰে,—অভিভাৱকৰ ওচৰত সিহঁতে হাত পাতিবলৈ লাজ কৰে। উন্নত দেশৰ ল'ৰা ছোৱালীয়ে বাল্যকালৰেপৰা স্বাৱলম্বনৰ বিষয়ে চিন্তা কৰিবলৈ বাধ্য, সেয়ে তেওঁলোকে ৰুচি অনুসৰি জীৱিকা নিৰ্বাহৰ বিদ্যা হাতে-কামে শিকে। কিন্তু আমাৰ দেশত যিমানেই লাগে বয়স নহওক কিয়, বিদ্যাৰ্থী মাত্ৰেই শিক্ষা লাভৰ ক্ষেত্ৰত পৰনিৰ্ভৰশীল। শিক্ষা কালত স্বাৱলম্বনৰ ভাৰ ছাত্ৰ-ছাত্ৰীৰ মনলৈ অহাৰ সুবিধা আমাৰ দেশৰ সাম্প্ৰতিক শিক্ষাপদ্ধতিত নাই। ফলতঃ পৰিণত বয়সলৈ আমাৰ যুৱক-যুৱতী সকলে হাতে-কামে কৰা অৰ্থকৰী বিদ্যাৰ কাৰণে প্ৰায়েই মনোনিবেশ নকৰে, অধ্যয়ন সমাপ্ত হোৱাৰ পিছতো এওঁলোকৰ ভিতৰৰ বিপুল সংখ্যক চৰকাৰ নাইবা পিতৃ-মাতৃৰ মুখাপেক্ষী হৈয়ে থাকে।



যিবোৰ দেশৰ লোকে বাল্যকালৰেপৰা স্বাৱলম্বনৰ বিষয়ে চিন্তা কৰে, আৰু প্ৰাপ্ত বয়স্ক হোৱাৰ লগে লগে স্বাৱলম্বী নাগৰিক ৰূপে পৰিণত হৈ স্বাধীন হয়, সেই বিলাক দেশক পৰাধীন কৰিবপৰা শক্তি পৃথিবীত কোনো নাই। নেপোলিয়নৰ পৰা হিটলাৰ-মুচলিনিলৈ চালেও ইয়াৰ নিদৰ্শন পাওঁ। আনহাতে যিখন দেশৰ যুৱক-যুৱতী পৰিণত বয়সৰ পিচতো পৰনিৰ্ভৰশীল বা পৰমুখাপেক্ষী হৈ থাকে, সেইখন দেশ নামত স্বাধীন হলেও কামত পৰাধীন হৈয়ে থাকে। স্বাৱলম্বন ব্যক্তি আৰু জাতিৰ বিকাশৰ মূলমন্ত্ৰ, মহাশক্তি।

## সঞ্জীৱনী মন্ত্ৰ ঃ থলুৱালোকৰ কাৰণে

চাওঁতে চাওঁতে থলুৱা অসমীয়া সকল জীৱন-যুদ্ধত পৰাজিত হৈ ক্ৰমে ক্ৰমে পাচ হুহকিব ধৰিছে। কোটিপতি পুঁজিবাদী সকলৰ চৰ-অনুচৰ সকলে থলুৱা অসমীয়া সকলক চহৰ-নগৰৰপৰা হেঁচিঠেলি খেদি দি নিজে স্বৰ্গসুখ ভোগ কৰিব ধৰিছে। বহিৰাগত সকলে অসমৰ খেতি পথাৰ অধিকাৰ কৰি থলুৱা সকলক মাটিহীন কৃষি-বনুৱা কৰিছে। বহিৰাগত উদ্যোগপতি সকলে আমাৰ কুটিৰ শিল্প ধ্বংস কৰি থলুৱা অসমীয়াক তেওঁলোকৰ শিল্প উদ্যোগত সাধাৰণ বনুৱা বা দাস হবলৈ বাধ্য কৰি তুলিছে। কাবুলী সকলে বহুতো দুৰ্দশাগ্ৰস্ত থলুৱা অসমীয়াক শতকৰা মাহিলী দহ টকাৰপৰা কুৰিটকালৈ সুতৰ হাৰ বন্দোবস্ত কৰি টকা ধাৰলৈ দি তেওঁৰ যথাসৰ্বস্ব লুণ্ঠন কৰাৰ পিচত ঋণ পৰিশোধ কৰিবলৈ অক্ষম হোৱাত কাবুলীৰ ভয়ত চাঙৰ তলত লুকাব লগীয়া হৈছে। কাবুলীয়ে পুৰুষ মানুহক লগ নাপাই মহিলাৰ আগত টকাসাধি কোৱা টান কথা সেই পুৰুষ গবাকীয়ে চাঙৰ তলৰপৰাই শুনিবলৈ বাধ্য হৈছে।

থলুৱা অসমীয়াৰ অন্যান্য বৃত্তিবোৰো বিদেশী আৰু বহিৰাগত কৰ্মঠ লোকসকলে অধিকাৰ কৰি অগণন থলুৱা অসমীয়াক নিবনুৱা কৰি অৰ্ধাহাৰী বা অনাহাৰী হবলৈ বাধ্য কৰিছে। তেওঁলোকৰ মাজৰ কিছুমান আসুৰিক প্ৰবৃত্তিসম্পন্ন লোকে শিষ্য-প্ৰশিষ্যৰ সহযোগত আসুৰিক মন্ত্ৰৰ 'লোভ-বাণ' মাৰি আমাৰ চৰকাৰৰ কিছুমান বিষয়া আৰু কৰ্মচাৰীক বশীভূত কৰি ক্ৰীতদাস কৰি লৈছে। এই ক্ৰীতদাস সকলৰ নিষ্ক্ৰিয়তাৰ সুযোগ লৈ অসুৰবিলাকে মিঠাতেলৰ লগত 'মোবিল', চেনিৰ লগত বালি, চাউল-দালিৰ লগত শিলগুৰি, চাহৰ লগত



চামৰাৰ টুকুৰা, আটাৰ লগত ভুচি, হালধিৰ গুৰিৰ লগত গেৰুৱা মাটি, ঘিউৰ লগত চৰ্বি, ঔষধৰ লগত বিষ আদি মিহলাই ভেজাল খাদ্য আদিৰ দ্বাৰা আমাক তিল তিলকৈ হত্যা কৰিব ধৰিছে। তদুপৰি কৃত্ৰিম অনাটনৰ সৃষ্টি কৰি খাদ্যৰ অভাৱত আমাক অৰ্ধাহাৰী-অনাহাৰী কৰি মৃত্যুৰ মুখলৈ ঠেলি দিছে। আমাৰ মাজত বহুতেই খাদ্যৰ অভাৱত বা অখাদ্য খাই মৃত্যু বৰণ কৰিছে। অৱশ্যে আমাৰ জনপ্ৰিয় চৰকাৰে খাদ্যৰ অভাৱত মানুহ মৰা বুলি পোনপটীয়াকৈ স্বীকাৰ কৰিবলৈ বেয়া পায়। প্ৰায়েই পুষ্টিহীনতাৰ কাৰণে মৃত্যু বৰণ কৰা বুলিহে ঘোষণা কৰে।

এই সকলোবোৰৰ কাৰণে জগৰীয়া আমাৰ দেশৰ সাম্প্ৰতিক শিক্ষানীতি, আমাৰ প্ৰচলিত শিক্ষাই আমাক জীৱনবোধ তথা সঞ্জীৱনী মন্ত্ৰৰ সন্ধান দিবপৰা নাই। যি শিক্ষাৰ দ্বাৰা মানুহৰ শৰীৰ, মন সুস্থ-সবল হৈ জীয়াই থাকিব পাৰে, সেই শিক্ষাহে সঞ্জীৱনী মন্ত্ৰ, অৰ্থাৎ জীয়াই থাকিব পৰা বিদ্যা বা বৃত্তি। জীৱন যুদ্ধত পৰাজয় হৈ উপযুক্ত খাদ্য নাপাই, আধাপেটী খাই শুকাই খিনাই কংকালসাৰ জঁকা এটা বাকী থকা আৰু আত্মসন্মান হেৰুৱাই শাৰীৰিক মানসিক বিকৃতি ঘটি জীৱন্মৃত অৱস্থাত থকা মানুহক জীৱিত মানুহৰ শাৰীত ধৰিব নোৱাৰি।

আমাৰ অসমৰ দৰে ভাৰতৰ আন আন প্ৰান্ততো আসুৰিক শক্তি বিদ্যমান। কিন্তু সেইবোৰ প্ৰান্তত দেৱগুৰু বৃহস্পতি জাগ্ৰত হৈ গুৰুপুত্ৰ কচসকলক সঞ্জীৱনী বিদ্যা শিকিবলৈ প্ৰেৰণা দিব ধৰিছে। সেয়ে ভাৰতৰ অন্যান্য প্ৰান্তত সঞ্জীৱনী বিদ্যাৰ বলত দেৱশক্তিৰ বল ক্ৰমে বৃদ্ধি পোৱাৰ উমান পোৱা গৈছে।

দেৱতাৰ গুৰু বৃহস্পতি, অৰ্থাৎ সকলো ইন্দ্ৰিয়ৰূপী দেৱতাৰ গুৰু জ্ঞান আৰু বুদ্ধি। বৰ দুখৰ বিষয় যে আমাৰ অসমৰ বৃহস্পতি সকল এতিয়াও সুপ্ত অৱস্থাতে আছে। আমি আত্ম অনুসন্ধানৰ দ্বাৰা আমাৰ চিত্তত সুপ্ত অৱস্থাত থকা বৃহস্পতিক জাগ্ৰত কৰি আমাৰ কচ সকলক গুৰু গৃহলৈ পঠোৱাৰ সময় পাৰ হব ধৰিছে। কচৰূপী

আমাৰ নতুন পুৰুষ সকলে এই অৰ্ধমৃত জাতিটোক সঞ্জীৱিত কৰি তুলিবই লাগিব।

আমি সৰহভাগ অভিভাৱকে ল'ৰা-ছোৱালীক লেখা-পঢ়া শিকালেই কৰ্তব্য সমাপন কৰা হয় বুলি ভাবোঁ। অকল লেখা-পঢ়াৰ ওপৰত নিৰ্ভৰ কৰি বংশধৰ সকলে জীৱন-যুদ্ধত জয়ী হব পাৰিব নে নোৱাৰে সেই কথা আমি ভাবি চোৱা নাই। আমি বহুতে ভাবোঁ যে শিক্ষিত হলে সিহঁতে চা-চাকৰি পাব। কিন্তু চকুৰ আগত দেখিও দিনকণাৰ দৰে গভীৰ ভাবে সমূলি চিন্তা কৰা নাই যে লেখা-পঢ়া কৰা সকলোবিলাক ছাত্ৰ-ছাত্ৰীৰ কাৰণে কৰ্মসংস্থান হব নে নাই? বহুতে হয়তো মনতে কল্পনা কৰিছে যে অসম চৰকাৰে ৪ৰ্থ পঞ্চ বাৰ্ষিকী পৰিকল্পনাৰ কাল ছোৱাত লক্ষ লক্ষ চাকৰিৰ সৃষ্টি কৰি নিবনুৱা শিক্ষিত মাত্ৰকে নিয়োগ কৰিব। জেউৰধৰা ল'ৰা-ছোৱালীক কলদি ভুকুকোৱাৰ দৰে আমাৰ কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰে ৰাইজক কেইবাবাৰো ভুকুকোৱাৰ কথা আমাৰ মনত আছে। আনহাতে এই পাঁচ বছৰৰ ভিতৰত শিক্ষিত নিবনুৱাৰ সংখ্যা আৰু অনেক বাঢ়িব। গতিকে চৰকাৰী কৰ্মসংস্থান বাঢ়িলেও আন উপায় নললে নিবনুৱা সমস্যা কাহানিও সমাধা নহব।

আন এটি চিন্তনীয় বিষয়। বৰ্তমান চাকৰিয়াল সকলৰ ভিতৰত প্ৰায় শতকৰা ৮০ জন চাকৰিয়ালে ল'ৰা-তিৰোতাৰ সৈতে দুবেলা দুমুঠি পেট ভৰাই খাবলৈ আৰু থাকিবলৈ এটা স্বাস্থ্যকৰ ঘৰৰ যোগাৰ কৰিব পৰা নাই। ইয়াৰপৰাও বুজা যায় যে অকল চাকৰিয়ে আমাৰ বাঞ্ছিত ফল দিব নোৱাৰে। আনহাতে অগণন বহিৰাগতলোকে শিল্প-বাণিজ্যকে আদি কৰি অসমৰ যাৱতীয় সকলো কৰ্মক্ষেত্ৰ অধিকাৰ কৰি স্বচ্ছন্দে জীৱিকা নিৰ্বাহ কৰাৰ উপৰিও অসংখ্য ধন দিনে-নিশাই নিজ নিজ ঘৰলৈ পঠিয়ায়ে আছে।

আমাৰ বহুতৰে ধাৰণা যে ব্যৱসায়-বাণিজ্য কৰিব লাগিলে শক্ত পৰিমাণৰ মূলধনৰ আৱশ্যক। আমি গমি নাচাওঁ যে মূলধনতকৈ বে



প্ৰথমে আৱশ্যক অৰ্হতাৰ। যি কোনো ক্ষেত্ৰতে পোনতে আৱশ্যকীয় বিদ্যা লাভ কৰি নিজক অৰ্হতাসম্পন্ন কৰি তুলিব লাগে। ব্যৱসায়-বাণিজ্যৰ শিক্ষাৰ কাৰণেও আনুষ্ঠানিক শিক্ষাৰ দৰে গুৰুৰ বিশেষ আৱশ্যক। গুৰু অৰ্থাৎ দক্ষতাসম্পন্ন ব্যক্তিৰ আশ্ৰয় বা উপদেশ নোলোৱা কাৰণেই যেন আজি অসমীয়াসকল ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত ক্ৰমে ক্ৰমে অধোন্নতিৰ ফালে নামি যাব ধৰিছে। আনহাতে গুৰু অৰ্থাৎ অভিজ্ঞলোকৰ আশ্ৰয় লৈ কামত লগা কাৰণে বহিৰাগত সকল দোপতদোপে আগবাঢ়ি যাব ধৰিছে। চাওঁতে চাওঁতে এমুঠি ভাত বিচাৰি আহি অসমত সোমোৱা বহিৰাগত সকল আমাৰ চকুৰ আগতে লাখপতি হৈ আঢ্যৱন্তৰূপে খ্যাতিমানো হ'ল।

কাৰণ, বহিৰাগতসকলৰ মাজত শ্ৰমৰ প্ৰতি শ্ৰদ্ধা আছে, ব্যৱসায়-বাণিজ্যৰ প্ৰতি আছে আগ্ৰহ। কিন্তু আমাৰ অসমীয়া সকলৰ মাজত শ্ৰদ্ধা আৰু নিষ্ঠাৰ অভাৱ স্পষ্ট। সাতপুৰুষৰ পৰা চলি অহা বংশগত কমাৰ, কুমাৰ, নাপিত, চমাৰৰ বৃত্তি কৰিবলৈ আজি আমাৰ নতুন পুৰুষে লাজ পায়। লেতেৰা 'দেহামৰা' কাম বুলি আজি অসমীয়া ডেকাই কমাৰৰ কাম এৰি দিছে। অথচ আমাৰ চকুৰ আগতে বহিৰাগত (এতিয়া স্থায়ী বাসিন্দা) সাধাৰণ কমাৰৰ ল'ৰাই পুৰণিকলীয়া কমাৰৰ সৰঞ্জামৰ লগত আধুনিক বৈজ্ঞানিক যন্ত্ৰপাতিৰ প্ৰয়োগ কৰি পৈত্ৰিক ব্যৱসায়ৰ প্ৰভূত উন্নতি সাধিছে, বাপেকৰ টিনচালিৰ সলনি এতিয়া দুমহলীয়া পকিঘৰ সজাইছে, সিহঁত দোপতদোপে উন্নতিৰ পথত আগবাঢ়িছে আছে।

শাৰীৰিক শ্ৰমক ঘিণাই কেৱল চাকৰিমুখী হোৱা হেতুকে আমাৰ কোটিকলীয়া সকলো ব্যৱসায় উদ্যোগ আজি বহিৰাগত সকলৰ হস্তগত। আমি তুচ্ছ বা নীহকিন বুলি পৰিহাৰ কৰা ব্যৱসায় আৰু উদ্যোগবোৰ বহিৰাগত সকলে জাৰিজোকাৰি মাৰ্জিত আৰু উন্নত কৰি লৈ তাৰদ্বাৰা সুখে-স্বাচ্ছন্দে জীৱন নিৰ্বাহ কৰাৰ উপৰি অসমৰ ধন-সোণেৰে নিজৰ নিজৰ ঠাই ৰুবি তুলিছে সাৰুৱা আৰু জীপাল। চাওঁতে চাওঁতে

এনেহে হৈছে যেন আজি আমি ঘৰতেই আলহিত পৰিণত হলোহিঁক আৰু বহিৰাগত আলহিসকলেই হলহি গিৰিহঁত। আমি এতিয়া বহিৰাগত সকলক আঢ্যৱন্ত হোৱা হেতুকে মান-শ্ৰদ্ধাও কৰোঁ; তেওঁলোকক বিশেষজ্ঞ বুলিও বিবেচনা কৰোঁ, সন্মান কৰোঁ। কিন্তু লাজ আৰু পৰিতাপৰ কথা যে দেশীয় সকললৈ হলে আমি কোনো দিন মানসন্মান যচা নাই। আমি আমাৰ দৃষ্টিৰ পৰিবৰ্তন সাধিব লাগিব।

আমি আমাৰ নতুন পুৰুষক পৰম্পৰাগত বৃত্তি বা উদ্যোগ ব্যৱসায় আদিৰ প্ৰতি আকৰ্ষিত বা আগ্ৰহান্বিত কৰি তুলিবলৈ হলে আমি বয়সস্থ, বিজ্ঞ আৰু বিশেষকৈ নেতৃস্থানীয় সকলে এই বৃত্তিবোৰক অবজ্ঞাৰ চকুৰে নাচাই শ্ৰদ্ধা কৰিবলৈ শিকিব লাগিব। লগে লগে সেই বৃত্তিবোৰ সেই মান্ধাতাৰ আমোলতে নাৰাখি আধুনিক বিজ্ঞানৰ পোহৰেৰে আলোকিত কৰি তুলিব লাগিব। আমি জানোঁ যে জগত পৰিবৰ্তনশীল। আজিৰ ল'ৰাই পূৰ্ব পুৰুষৰ দৰে ছুমুৰি দিয়া গামোচা পিন্ধি বোকাত লুতুৰি পুতুৰি হৈ হাল বাবলৈ আৰু নাযাব, কয়লাৰ ধোঁৱাত কলাপৰা গামোচা পিন্ধি হাতুৰি কোবাবলৈও লাজ পাব। কিন্তু সৰু সৰু ট্ৰেক্টৰৰ যোগান ধৰিব পাৰিলে, শিক্ষিত সকলেও হাল বাব বুলি আমাৰ বিশ্বাস। সেইদৰে অন্যান্য বৃত্তিবোৰতো আধুনিক বিজ্ঞানৰ পোহৰ পেলাব পাৰিলে আমাৰ শিক্ষিত নতুন পুৰুষ সকল আগ্ৰহেৰে তাৰ প্ৰতি আকৰ্ষিত হব বুলি আশা কৰিব পাৰি। সমাজৰ নেতৃস্থানীয় সকলে আৰু চৰকাৰে এই বিষয়ে গুৰুত্বপূৰ্ণ ভাবে চিন্তা কৰা উচিত।

আমি জীয়াই থকাৰ কাৰণে যিবিলাক ভোগ্যবস্তু আৰু ব্যৱহাৰৰ কাৰণে পণ্য সামগ্ৰীৰ আৱশ্যক, সেইবিলাক উৎপাদন কৰিবলৈও কঠোৰ শ্ৰমৰ আৱশ্যক। শ্ৰমৰ সুপ্ৰয়োগৰ কাৰণে আৱশ্যক উৎপাদন কৰা বিদ্যা বা কৌশলৰ। তদুপৰি আৱশ্যক উৎপন্ন সামগ্ৰী বিনিময় কৰিবলৈ বজাৰ অৰ্থাৎ বাণিজ্যৰ। গতিকে দেখা যায় যে এটা জাতি



সুস্থসবল হৈ থাকিবলৈ হলে পোনতে আৱশ্যক কঠোৰ শ্ৰমৰ, দ্বিতীয়তে কলা-কৌশল বা কাৰীকৰী শিক্ষাৰ আৰু তৃতীয়তে আৱশ্যক বজাৰ বা বাণিজ্যৰ।

অসমীয়াসকল উদ্যোগ আৰু বাণিজ্যৰ প্ৰতি সমূলি আগ নবঢ়া নহয়। কিন্তু সৰহ সংখ্যকৰে বিশেষজ্ঞ গুৰুৰ পৰা লভা বাস্তৱজ্ঞান নথকা হেতুকে আৰু কঠোৰ শ্ৰম কৰিবলৈ অভ্যস্ত নথকা হেতুকে উদ্যোগ আৰু বাণিজ্য ক্ষেত্ৰত বিশেষ কৃতকাৰ্য্য হোৱা দেখা নাযায়।

সম্প্ৰতি অসমত সমবায় পদ্ধতিত এটা চেনিৰ কল প্ৰতিষ্ঠা কৰা হৈছে। সৰহকৈ কাপোৰ ববলৈ শক্তি চালিত তাতশাল পতা হৈছে। ব্যৱসায় চলাবলৈ চৰকাৰী সাহায্যৰে সমবায়ৰ ভেটিত 'সহায়িকা' নামে দোকানো খুলিছে। অনতি বিলম্বে সমবায়ৰ ভেটিত গঢ়ি উঠা শিলঘাটৰ মৰাপাটৰ কলৰো কাম আৰম্ভ হব। এই সকলোবোৰতে চৰকাৰী সাহায্য আছে, অংশ বেচি জনসাধাৰণৰপৰাও শকত পৰিমাণৰ ধন সংগ্ৰহ কৰা হৈছে। কিন্তু এইবোৰ অনুষ্ঠানত লাখ লাখ টকা লোকচান হোৱাৰ বাতৰি দিনে-নিশাই বাতৰি কাকতে পৰিবেশন কৰিবই ধৰিছে। শক্তিচালিত তাতশালবোৰত কাপোৰ ববলৈ আৰম্ভ নৌকৰোঁতেই সুমুখত দাঁঠ আঁৰকাপোৰ টানি দিয়া হৈছে। সমবায় আৰু ব্যক্তিগত ভাবে আৰম্ভ কৰা অন্যান্য শিল্প উদ্যোগ আৰু বাণিজ্য বোৰৰো বহুতৰে যৱনিকা পতন হ'ল, বৰ্ত্তি থকা বিলাকৰো চকুতপৰা বিধৰ উন্নতি দেখা নাই। ইয়াৰ মূল কাৰণ বিদ্যা, শ্ৰম আৰু ঐকান্তিক নিষ্ঠাৰ অভাৱ।

এটা বন্ধ ঘৰৰ ভিতৰত সোমাই থাকিলে যেনেকৈ বাহিৰৰ পোহৰ আৰু সুযোগ সুবিধাৰ বিষয়ে জ্ঞান আহৰণ কৰিব নোৱাৰি, তেনেকৈ শিক্ষিত সকলে কেৱল চাকৰিকে ধৰি থাকি ঘৰখনতে আবদ্ধ থাকিলে বহল জগতৰ জ্ঞান বুদ্ধি বা কলা-কৌশল আদিৰ সম্যক জ্ঞান লাভ কৰা অসম্ভৱ। তেওঁলোকে অনুসন্ধিৎসু মনোবৃত্তিৰে আৰু তীক্ষ্ণ জাগ্ৰত দৃষ্টিৰে বহল জগতৰ মাজত প্ৰৱেশ কৰিবলৈ অভ্যস্ত হলে অসংখ্য

জীৱিকাৰ উপায় আৰু সজগুৰু অৰ্থাৎ জ্ঞান-বুদ্ধি লাভ কৰিবলৈ সমৰ্থ হ'ব।

পূৰ্বতে সুকুমাৰ দেৱতা সকলে জ্ঞান-বিজ্ঞান শিকি বহুতো সজগুণৰ অধিকাৰী হৈয়ো সঞ্জীৱনী মন্ত্ৰ নজনাৰ কাৰণে বাৰে বাৰে অসুৰ বিলাকৰ হাতত পৰাজয়ৰ গ্লানি বৰণ কৰিব লগা হৈছিল, তেনেকৈ আজি আমাৰ সুকুমাৰ নতুন পুৰুষ সকলেও বহুতো বিদ্যা আৰু জ্ঞান আহৰণ কৰিও জীৱিকাৰ বিদ্যা লাভ নকৰা হেতুকে জীৱন-যুদ্ধত পৰাজয় বৰণ কৰিব লগাত পৰিছে।

আমাৰ নতুন পুৰুষ সকল তাহানিৰ দেৱগুৰু বৃহস্পতিৰপুত্ৰ কচৰদৰে সঞ্জীৱনীমন্ত্ৰ শিক্ষাত একনিৱিষ্ট হোৱা বাঞ্ছনীয়। জ্ঞান আৰু বুদ্ধিৰ উপযুক্ত উত্তৰাধিকাৰী হৈ পৰিপক্ক বিদ্যাৰে জীৱিকা আৰ্জিবলৈ সমৰ্থ হলেহে প্ৰতিযোগিতামূলক জীৱন যুদ্ধত জয়ী হৈ পৰাজিত আৰু অৰ্দ্ধমৃত অসমীয়া জাতিটোক সঞ্জীৱিত কৰি তুলিব পাৰিব। অন্যথাই নিজৰ লগতে জাতিও নিশ্চিহ্ন হৈ যোৱা যেন স্বাভাৱিক।

## নতুন পুৰুষৰ ভৱিষ্যৎ

একে আষাৰে কবলৈ গলে নিবনুৱা সমস্যাই আমাৰ নতুন পুৰুষৰ ভৱিষ্যৎ অন্ধকাৰ কৰি তুলিছে। যাৰ ফলত আজি অসমীয়া যুৱক-যুৱতীয়ে কৈশোৰৰে পৰা এক অনিশ্চিত ভৱিষ্যৎ আগত লৈ শিক্ষা-দীক্ষা লাভ কৰিবলগীয়া হৈছে আৰু অনিশ্চয়তাপূৰ্ণ ভৱিষ্যতৰ কাৰণে নিষ্ঠাৰে শিক্ষা গ্ৰহণৰ ক্ষেত্ৰতো মনোনিবেশ কৰিব নোৱাৰাত পৰিছে।

নিবনুৱা সমস্যা সমাধানৰ কাৰণে চৰকাৰে সম্প্ৰতি দুটা কাম হাতত লব পাৰে,—(১) কৃষি, বাণিজ্য আৰু উদ্যোগৰ ক্ষেত্ৰত স্বাৱলম্বী হবলৈ শিক্ষিত নিবনুৱা সকলক সকলো প্ৰকাৰৰ সহায় সাহায্য চৰকাৰে আগ বঢ়াব লাগিব। (২) চৰকাৰী আৰু বেচৰকাৰী উভয় ক্ষেত্ৰতে স্থানীয় নিবনুৱা সকলক নিয়োগ কৰিব লাগিব। ১ম উপায়টো সময় সাপেক্ষ, কিন্তু দ্বিতীয়টোৰে ততাতৈয়াকৈ কিছুপৰিমাণে সমস্যা সমাধানৰ চেষ্টা কৰিব পাৰি।

কিন্তু আমাৰ চৰকাৰ খুব দুৰ্বল। এই চৰকাৰে আন আন ৰাজ্যবদৰে অসমৰ কৰ্মপ্ৰাৰ্থীক চৰকাৰী আৰু বেচৰকাৰী খণ্ডত কৰ্ম-সংস্থানৰ বিহিত ব্যৱস্থা কৰাৰ আশা ক্ষীণ। কাৰণ থলুৱালোকৰ দাবী উথাপন কৰিলে সংকীৰ্ণ প্ৰাদেশিকতাই স্পৰ্শ কৰিব বুলি এওঁলোকে কয়। এনে অজুহাত দেখুৱাই অসম চৰকাৰৰ কৰ্ণধাৰ আৰু মুখ্য মুখ্য বিষয়াসকলে মহানুভৱতাৰ মুখা পিন্ধি থলুৱা অসমীয়া কৰ্মপ্ৰাৰ্থী আৰু সাহায্য প্ৰাৰ্থী লোক সকলতকৈ বহিৰাগত সকলৰ প্ৰতিহে সদয়ভাৱ প্ৰদৰ্শন কৰা দেখা যায়। ইয়াৰ ফলত, অধ্যৱসায়ী বহিৰাগত সকলে অসমৰ বাণিজ্য, উদ্যোগ চাকৰি আদিৰ অধিকাংশই দখলকৰি ৰহিছে। বহিৰাগত সকলৰদ্বাৰা পৰিচালিত বাণিজ্য আৰু উদ্যোগৰ

কামত বহিৰাগত সকলেহে কৰ্মসংস্থান পাইছে, অসমীয়া সকল ঘৰতেই আলহী হৈছে।

মানৱসভ্যতাৰ পাতনিৰেপৰা দেখা গৈছে যে সবলে সদায় দুৰ্বলৰ ওপৰত অত্যাচাৰ আৰু নিষ্পেষণ কৰে। সেয়ে আমাৰ প্ৰথম কৰ্তব্য হব অলসতা, উদাসীনতা আদিয়ে যাতে উঠি অহা সকলৰ চিত্ত আচ্ছন্ন কৰিব নোৱাৰে, তেওঁলোক যাতে কৰ্মতৎপৰ আৰু সকলোক্ষেত্ৰতে অগ্ৰাধিকাৰ লাভ কৰি নিজক প্ৰতিষ্ঠা কৰিব পাৰে। অসমীয়া সকল অধ্যৱসায়ী আৰু সকলো বিদ্যাতে নিপুণ আৰু অৰ্হতাসম্পন্ন হব নোৱাৰিলে বহিৰাগতৰ সোঁত অবিৰাম বৈয়ে থাকিব। তদুপৰি সকলো লোককে কৰ্মসংস্থান কৰি দিয়া বোধহয় চৰকাৰী পক্ষৰপৰা সম্ভৱপৰো নহয়। ইতিমধ্যে শিক্ষিত নিবনুৱাৰ হেঁচাত অসম চৰকাৰে কৰ্মচাৰীৰ সংখ্যা দুগুণে বঢ়াই সাধাৰণ কৰদাঁতা জনসাধাৰণৰ মূৰত গধুৰ বোজা তুলি দিছেয়ে।

এনেদৰে নিবনুৱা সমস্যাও সমাধা নহয় আৰু দেশৰো শ্ৰীবৃদ্ধি হব নোৱাৰে। বিশ্ববিদ্যালয়ৰপৰা বছৰে বছৰে হাজাৰে হাজাৰে উপাধি লৈ ডেকা-গাভৰুহঁত ওলায়ে থাকিব, কিন্তু আমাৰ চৰকাৰে বছৰে বছৰে ইমান নতুন কৰ্মসংস্থানৰ সৃষ্টি কৰিব নোৱাৰে। শিক্ষিত নিবনুৱাৰ সংখ্যাৰ হাৰত কৰ্মসংস্থানৰ সংখ্যা বঢ়াৰ কোনো আশাই আমাৰ দেশত নাই। দেশত নতুনকৈ ওলোৱা সকলোবোৰ কৰ্মসংস্থানত অসমীয়ালোকক ভৰ্তি কৰিলেও সময়ত নিবনুৱা সমস্যা অসমাধান ৰূপেই থাকিব। শিক্ষিতসকল চামে চামে নিবনুৱা হৈ থকা মানে অনতিবিদূৰত বিপ্লৱ ঘনীভূত হৈ উঠা। কাৰণ ভুকীয়াপেটে গুৰু-গোসাই একোকেই নামানা স্বাভাৱিক। গতিকে ৰোগৰ মূলকাৰণ নিৰ্ণয় কৰি অনতিবিলম্বে তাৰ নিৰাকৰণৰ উপযুক্ত ব্যৱস্থা নললে কেৱল প্ৰলেপৰদ্বাৰা সমস্যা সমাধান নহয়।

মোৰ বোধেৰে শিক্ষিত নিবনুৱাৰ উৎপত্তি স্থান হৈছে আমাৰ দেশৰ বিশ্ববিদ্যালয়কে ধৰি শিক্ষানুষ্ঠানবোৰ। সঁচাকথা কবলৈ গলে



অসমত এতিয়াও কামৰ অভাৱ হোৱা নাই, অভাৱ কৰ্মীৰহে। আমাৰ শিক্ষিতসকল আৰামপ্ৰিয় চাকৰিৰ মোহত আবদ্ধ। তেওঁলোকে নিজৰ ঘৰুৱা জীৱনতো শাৰীৰিক শ্ৰম নকৰে, শাৰীৰিক শ্ৰম কৰিলে মানহানী হব বুলি অনুভৱ কৰি কেৱল অলস ভাবে কাল কটায়।

আমাৰ শিক্ষানুষ্ঠানবোৰত ল'ৰা ছোৱালীহঁতক ঠিক আঢ্যৱন্ত-লোকৰ বিলাসকক্ষত গামলাত কৰা ফুল-পুলিৰ দৰে, দেশৰ মাটি-পানীৰ লগত সম্পৰ্কহীন শিক্ষা লাভ কৰিব দিয়া যেন হে অনুভৱ হয়। এই শিক্ষানুষ্ঠানবোৰত ছাত্ৰ-ছাত্ৰীক গুৰিৰে পৰা স্বাবলম্বনৰ শিক্ষা দিয়া নহয় কাৰণে, সময়ত তেওঁলোকে নিজৰ আৱশ্যকীয় আহাৰ দেশৰ মাটিৰপৰা সংগ্ৰহ কৰিব নোৱাৰি গামলাৰ ফুল পুলিৰদৰে পৰ-নিৰ্ভৰশীল হব লগাত পৰে। মালীয়ে সাৰ, গোবৰ আৰু পানী দি নাথাকিলে যেনেকৈ গামলাৰ ফুল-পুলি মৰহি যাব, তেনেকৈ চৰকাৰ বা অভিভাৱকে আৰামী চাকৰি বা ভাত-কাপোৰৰ যথাবিহিত ব্যৱস্থা নকৰিলে আমাৰ নতুন পুৰুষ সকলো যেন লেৰেলি যোৱাৰ উপক্ৰম।

যেনেকৈ সুউচ্চ পৰ্বতৰ নীৰস ঠাইত গজা গছপুলিবোৰে গভীৰ-তালৈ শিপাই আৱশ্যকীয় ৰস, ৰ'দ আৰু বতাহ আহৰণ কৰি গা-গছ পৰিবৰ্দ্ধন কৰাৰ উপৰিও ফল, ফুল আদি আনক দান কৰে, তেনেকৈ আমাতকৈ নীৰস দেশত জন্মা লোক সকলেও আত্মনিৰ্ভৰশীল শিক্ষাৰ বলত অহোপুৰুষাৰ্থ কৰি নিজক আৰু জাতিক ঐশ্বৰ্য্যশালী কৰি গঢ়ি তোলাৰ লগতে পিচপৰি থকা দেশ বোৰকো তেওঁলোকৰ ঐশ্বৰ্য্য, বিভূতি আৰু জ্ঞানৰদ্বাৰা আগবঢ়াই নিব ধৰিছে।

আত্মনিৰ্ভৰশীলতাই হৈছে শিক্ষাৰ সৰ্বপ্ৰথম আৰু সৰ্বপ্ৰধান শিক্ষনীয় কথা। কিন্তু দুৰ্ভাগ্যৰ কথা যে আমাৰ দেশত কেতবোৰ ভাষা কব আৰু লেখিব পাৰিলেই শিক্ষিত বুলি প্ৰমাণপত্ৰ আৰু লানি-নিছিগা উপাধি দান কৰা হয়। যথাৰ্থতে আত্মনিৰ্ভৰশীলতাৰ শিক্ষা নোপোৱা মানুহৰ শিক্ষাক পৰিপূৰ্ণ শিক্ষা বুলিব নোৱাৰি। আমাৰ

অসমতো কৃষি, প্ৰযুক্তি বিদ্যাকে ধৰি নানা কাৰিকৰী বিদ্যাৰ শিক্ষানুষ্ঠান আছে, য'ত শিক্ষালাভ কৰিলে মানুহ স্বাবলম্বী হ'ব পাৰি বুলি জনবিশ্বাস। কিন্তু এই অনুষ্ঠানবোৰতো পুথিগত বিদ্যাৰ ওপৰত হে গুৰুত্ব দিয়া হয়, গুৰিবেপৰা হাতে কামে শ্ৰম কৰি জীৱিকা নিৰ্বাহ কৰিবলৈ শিকোৱাৰ কোনো ব্যৱস্থা নাই। ফলত এই অনুষ্ঠানৰ পৰা উপাধি লাভ কৰি ওলাই অহা সকলো হয় চাকৰিমুখীহে। চাকৰি নাপালে এওঁলোকো হা ভাত, হা কাপোৰ কৈ বহি হা-হুতাশ এৰিব লগাত পৰে। এইবোৰ শিক্ষানুষ্ঠানত পঢ়িবলৈ যোৱাৰ আগতে ছাত্ৰ-ছাত্ৰীয়ে চাকৰিৰ মনোভাৱ লৈহে গৈছিল। সেইকাৰণে বিষয়জ্ঞান তন্ন তন্নকৈ লাভ কৰাৰ প্ৰবৃত্তিও এওঁলোকৰ নাথাকে। সেইকাৰণে চাকৰি নাপালে শিক্ষালাভৰ পিছত অনুষ্ঠানত লাভ কৰা শিক্ষাৰে স্বাধীন ভাবে ব্যৱসায় কৰাৰ সাহসো এওঁলোকৰ নাথাকে। কাচিৎ দুই এজনত বাহিৰে প্ৰায় সবহ ভাগেই শিক্ষানুষ্ঠানত লাভ কৰা বৃত্তিবোৰ জীৱিকা হিচাবে গ্ৰহণ কৰা দেখা নাযায়।

অসমৰ থলুৱা অসমীয়া সকলে অসমৰ মাটিৰপৰা সোণ-ৰূপ উৎপাদন কৰিবলৈ অপাৰগ হৈছে যদিও, বহিৰাগত সকলে কিন্তু অসমৰ মাটিত সোণ-ৰূপৰ সন্ধান পাইছে। অসমৰ মাটিৰ সোণ-ৰূপৰ লালসাত তেওঁলোক প্ৰলুব্ধ, তেওঁলোক অসমৰ স্থায়ী বাসিন্দা হোৱাৰ চেষ্টাত ব্যস্ত, দিনে-নিশাই অবিৰাম গতিত দলে দলে নতুন নতুন লোক অসমৰ বুকুলৈ আহিবই ধৰিছে। অসমৰ শিল্প, বাণিজ্য, উদ্যোগ সকলোবোৰ আজি এই বহিৰাগত সকলৰ হস্তগত। আনহাতে থলুৱা অসমীয়া নতুন পুৰুষ সকলে শিক্ষালাভ কৰি কৰি কেৱল দিনে-নিশাই বঢ়াইছে নিবনুৱাৰ সংখ্যা।

আমি অলপ গমি চালেই দেখিবলৈ পাওঁ যে থলুৱা শিক্ষিত, অশিক্ষিত বা অৰ্দ্ধশিক্ষিতৰ মাজত অসংখ্য নিবনুৱা আছে, কিন্তু বহিৰাগত সকলৰ মাজত এজনো নাই। নতুনকৈ অহা বহিৰাগত সকলেও কিবা নহয় কিবা এটা কৰ্মসংস্থান কৰি লব পাৰিছে। ভৱিষ্যৎ দ্ৰষ্টা



মহামানৱ মহাত্মাগান্ধীয়ে ১৯৩৪ চনৰ ১৭ এপ্ৰিলতে যোৰহাটৰ এখন জনসভাত কৈছিল,—"অসমৰ অসমীয়ালোকসকল উদ্যমহীন হোৱা বাবেই অসমলৈ আন আন প্ৰদেশৰপৰা লাখ লাখ মানুহ আহিছে—ইয়াত জীৱিকা উপাৰ্জন কৰিবলৈ।" গান্ধীজীয়ে গুৱাহাটীতো কৈছিল—"বিদেশীয়ে অসম বেঢ়ি ধৰাটো বিদেশীৰ দোষ নহয়, অসমীয়াৰ এলাহৰ দোষ।" এজন শিক্ষিত নিবনুৱাৰ প্ৰশ্নৰ উত্তৰত গান্ধীজীয়ে কৈছিল,—"ছাত্ৰই নিজক সাধাৰণ শ্ৰমিক বুলি ভাবি ললে ছাত্ৰৰ মাজৰ নিবনুৱা সমস্যা সহজতে সমাধান কৰিব পাৰি।"

পাকিস্থানীলোক সকলক ধৰি ধৰি অসমৰপৰা বাজকৰি উলিয়াই দি থকা সত্বেও তেওঁলোক আকৌ অসমলৈ ঘূৰি ঘূৰি আহি থকাত ৰাজনৈতিক ষড়যন্ত্ৰ আছে বুলি ভবা হয় সঁচা, কিন্তু ইয়াৰ মূলত অৰ্থনৈতিক কাৰণো নথকা নহয়। আমি থলুৱা অসমীয়া সকলে অসমৰ মাটিৰ মোল বুজা নাই, কিন্তু পাকিস্থানীকে আদি কৰি বহিৰাগত সকলে সোণ-প্ৰসবিনী অসমৰ মাটিৰ লোভ সামৰিব নোৱাৰি নানা লাঞ্ছনা ভুগীও অসমত প্ৰৱেশ কৰিবলৈ এৰা নাই।

জগতত যতবোৰ ভোগ্য আৰু বিলাসী সামগ্ৰী আছে, মানুহৰ কাৰণে আৱশ্যকীয় যতবোৰ বস্তু আছে, এই সকলোবোৰ এই জগততে উৎপন্নও হৈছে। আনকি চন্দ্ৰলোকলৈ যাবপৰা যান, যন্ত্ৰ আদিও ইয়াতেই প্ৰস্তুত হৈছে। আৱশ্যক হৈছে কেৱল শিক্ষা আৰু শ্ৰমৰ। শ্ৰম আৰু শিক্ষাৰ বলত পৃথিৱীৰ মানুহে আজি অসম্ভৱ শব্দটো লোপ কৰিবলৈ যেন বদ্ধপৰিকৰ হৈছে।

কিন্তু অতি দুখ আৰু পৰিতাপৰ বিষয় যে অসমৰ শিক্ষিত আৰু আঢ্যৱন্তমানেই শ্ৰমবিমুখ, শ্ৰম এওঁলোকৰ মতে লাজৰ কথা। বয়সীয়াল সকলৰ আদৰ্শেৰে জীৱন গঢ়িব লোৱা হেতুকে নতুনপুৰুষ সকলো শ্ৰমবিমুখ আৰু উদ্যম বিহীন হৈ পৰিছে। ই আমাৰ কাৰণে যেন অভিশাপ বা ভয়ংকৰ ব্যাধি হে। অসমৰ প্ৰগতি আৰু নতুন-পুৰুষৰ উন্নতি নিৰ্ভৰ কৰিছে কঠোৰ শ্ৰমৰ ওপৰত। আমাৰ চিন্তাশীল

সমাজ, চৰকাৰ আৰু অভিভাৱক সকলোৱে একগোট হৈ যিমান সোনকালে শিক্ষাৰ লগত শ্ৰম বাধ্যতামূলক কৰে আৰু শ্ৰমৰ মৰ্য্যাদা দি অনুশীলন কৰিবলৈ ধৰে, নতুন পুৰুষৰ ভবিষ্যতো সিমান সোনকালে উজ্বল হৈ উঠিব বুলি আমাৰ দৃঢ় বিশ্বাস। নতুন পুৰুষৰ ভৱিষ্যৎ নিৰ্ভৰ কৰে উৎপাদনক্ষম কঠোৰ শ্ৰমৰ ওপৰত হে।

## সোণলৈ মুকলি চিঠি,—দেউতাকৰ।

মৰমৰ সোণ,

আশাকৰোঁ তই কুশলে আছ। সিদিনা তোক তোৰ ভৱিষ্যতৰ বিষয়ে অতি আৱশ্যকীয় কেইটিমান কথা কওঁতে, তই বেয়া পোৱা বুলি তোৰ মাৰাই কৈছে। তই হেনো কৈছ—"এনেদৰে গঞ্জনা খাবলৈ আৰু ঘৰলৈ নাহোঁ।" খং কৰি ভাত নাখালে যেনেকৈ মানুহে নিজেই কষ্ট পায় ঠিক তেনেকৈ তয়ো গুৰুজনৰ উপদেশ নুশুনিলে নাইবা তাৰ গূঢ়াৰ্থ উপলব্ধি নকৰাকৈ অহমিকা ভাৱৰ বশবৰ্ত্তী হৈ তাক অবজ্ঞা কৰিলে তোৰেই ভবিষ্যতত দুখ কষ্ট পোৱাৰ সম্ভাৱনা আছে।

সংসাৰত এনে কোনো মাক-বাপেক নাই, যিয়ে নিজৰ সন্তানক ভাল নাপায় আৰু সিহঁতৰ মঙ্গল কামনা নকৰে। সন্তানৰ মঙ্গল আকাঙ্ক্ষাত ব্যাকুল পিতৃ-মাতৃয়ে সন্তানৰ ভৱিষ্যৎ গতিপথত কেৰোণ দেখা পালে তাক সংশোধন কৰিবলৈ নিজৰ নিজৰ অভিজ্ঞতা অনুসৰি যৎপৰোনাস্তি চেষ্টা কৰে। সেই ক্ষেত্ৰত কেতিয়াবা তেওঁলোকৰ বাক্‌সংযম শিথিল হবও পাৰে।

কিছুদিন আগৰেপৰা মই মোৰ ক্ষুদ্ৰ বুদ্ধিৰে অনুভৱ কৰিব পাৰিছোঁ যে তহঁতক সৰুৰেপৰা যি শিক্ষা-দীক্ষা দিয়ালোঁ, তাৰপৰা আমাৰ ঘৰখন আৰু দেশৰ এটা গুৰুতৰ সমস্যাহে উদ্ভৱ হ'ল। এই ক্ষেত্ৰত ময়ো দায়ী। কাৰণ মোৰ মনত সময়ৰ শবৰ কথা মনত পৰা নাছিল।

শৰীৰ ভালে ৰাখিবলৈ যে উপযুক্ত শাৰীৰিক পৰিশ্ৰম লাগে আৰু তেতিয়াহে আমাৰ খোৱা খাদ্যবোৰ আৰু উশাহ লওঁতে অন্তৰলৈ যোৱা ৰোগৰ বীজাণুবোৰ আমাৰ প্ৰৱল জঠৰাগ্নিত জীৰ্ণ হৈ শৰীৰ, মন সৱল আৰু সুস্থ কৰে এই কথা তোৰ অবিদিত নহয়। কিন্তু

তই তালৈ লক্ষ্য নকৰি ব্যৱহাৰিক জীৱনৰ দৈনন্দিন কাম-কাজকে ধৰি সকলো ক্ষেত্ৰতে শ্ৰম বিমুখ হৈ ক্ৰমে অলস আৰু দুৰ্বল হৈ পৰিছ। কলেজ বন্ধ হলে ঘৰত থকা কেইদিন পঢ়া সময়ত বাদে বাকী সময় খিনি কেৱম খেলাই আৰু ৰেদিঅ'ৰ গান শুনি শুনি অপচয় কৰাতকৈ ঘৰৰ কাম-কাজলৈ চকু দিলে, যিখিনি পাৰ নিজে কৰিলে, তোৰ নিজৰ শৰীৰ আৰু ঘৰখনৰ লগতে দেশৰো বহু উপকাৰ হয়।

তই এতিয়া ৰ'দৰ তাপ নপৰাকৈ যিজোপা গছৰ ছাঁত নিৰুদ্বেগে আৰাম কৰি বহি আছ, অদূৰ ভৱিষ্যতত প্ৰকৃতিৰ প্ৰৱল ধুমুহাই সেই গছ জোপা নিশ্চয় বগৰাই পেলাব। ই নিয়তিৰ অখণ্ডনীয় বিধান। তেতিয়া তই আৰাম কৰিবলৈ এনেকুৱা ছাঁ পোৱা টান হ'ব, ইও নিশ্চিত। তেতিয়া দুপৰীয়াৰ প্ৰখৰ সূৰুযৰ নিৰ্মম তাপত তই হাবাথুৰি খাব লাগিব। গতিকে এনে ক্ষণস্থায়ী ছাঁৰ সুখভোগৰ আশাত মগ্ন নাথাকি যাতে সময়ত দুপৰীয়াৰ প্ৰখৰ তাপ সহিবলৈ সমৰ্থবান হবপাৰ, সেইটো উপলব্ধি কৰি, ৰ'দ কুমলীয়া হৈ থাকোঁতেই লক্ষ্য স্থানলৈ যাত্ৰা কৰাহে উচিত হব।

তই আমাৰ ব্যৱহাৰিক জীৱনৰ আৱশ্যকীয় কাম বন আদি, যেনে,—গো-পালন, ঘৰুৱা শিল্প, কৃষি—শাক-পাচলিৰ খেতি, আদিৰ বিষয়ে একোকে শিকা নাই। কোৰ-কুঠাৰমৰা আদি শাৰীৰিক শ্ৰমৰ অভ্যাসেই কৰা নাই। খেল-ধেমালিৰ ক্ষেত্ৰতো অকল কেৰাম খেল আদিতে আবদ্ধ আছ। আগৰ দিনৰ মানুহে বীৰৰ খেল খেলিছিল, হাউ খেলা, ফটিক খেলা, হাফোল দিয়া, আদি আছিল তেতিয়াৰ উৎকৃষ্ট খেলা। হাউখেলৰ মাজেদি ব্যক্তিৰ শাৰীৰিক শক্তি আৰু বীৰত্বৰ বিকাশ ঘটিছিল। এইখেলত শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ সঞ্চালন হোৱাৰ উপৰিও প্ৰাণায়মৰ অভ্যাসো হৈছিল। বৰ্তমানৰ শাৰীৰিক শ্ৰমহীন খেলা-ধূলাৰপৰাও তোৰ শৰীৰ গঠন আৰু শক্তিৰ বৰ্দ্ধনত কোনো সহায় হোৱা নাই। বৰ্তমান শাৰীৰিক শ্ৰম নকৰা কাৰণে ভৱিষ্যতেও কায়িক শ্ৰমৰদ্বাৰা জীৱিকা নিৰ্বাহ কৰা তোৰ কাৰণে কঠিন



হব। সম্ভৱতঃ তই ভাবি লৈছ যে লিখা-পঢ়া শিকি চৰকাৰৰ ছত্ৰছাঁৰ তলত এটি চাকৰি কৰি তোৰ ভৱিষ্যৎ নিৰ্বাহ কৰিবি।

প্ৰাক-বিশ্ববিদ্যালয় পৰীক্ষাত যথেষ্ট নম্বৰ নোপোৱা কাৰণে তই আগতে কল্পনা কৰামতে ইঞ্জিনিয়াৰিং আৰু মেডিকেলত ঠাই নাপাই বি-এচ-চি পঢ়িবলৈ বাধ্য হৈছ। তই দেখিছ যে এতিয়ালৈ বি-এ, বি-এচ-চি 'পাচ' কৰা সকলো ছাত্ৰ-ছাত্ৰীয়ে চাকৰি পোৱা নাই। এম-এ, এম-এচ-চি 'পাচ' কৰা সকলৰো বহুতে চাকৰি পোৱা নাই। বিশ্ববিদ্যালয়ৰ উচ্চ উপাধিধাৰী বহুতো ছাত্ৰ-ছাত্ৰীয়ে চাকৰি বিচাৰি হাবাথুৰি খাব ধৰিছে, তেওঁলোকৰ জীৱন কেৱল হাহাকাৰময় হৈ উঠিছে।

আজি ল'ৰা-ছোৱালীক বাধ্যতামূলক ভাবে শিক্ষা দিয়া হয়। ৰাইজৰ মাজত শিক্ষাৰ প্ৰতি ধাউতি বঢ়াৰ লগে লগে প্ৰতি গাঁৱতে স্কুল আৰু প্ৰতি নগৰতে কলেজ প্ৰতিষ্ঠিত হৈছে, আনকি কিছুমান গাঁৱতো কলেজ প্ৰতিষ্ঠা হৈছে। কম প্ৰয়াসতে হাতে ঢুকি পোৱা ঠাইতে কলেজ পোৱাই দলে দলে ছাত্ৰ-ছাত্ৰী কলেজত সোমাই বি. এ, এম-এ আদি উপাধি লাভ কৰিব ধৰিছে। এতিয়াই যিমানবিলাক শিক্ষিত নিবনুৱা বাঢ়িল, তই বি-এচ-চি 'পাচ' কৰাৰ সময়লৈ এই নিবনুৱাৰ সংখ্যা আৰু বহুগুণে বাঢ়িব। তেনেস্থলত এটা চাকৰি সংগ্ৰহ কৰি লব পাৰিবি বুলি বুকুদাঠি কব পাৰিবিনে? তাত সুবিধা কৰিব নোৱাৰি যেতিয়া এম-এ বা এম-এচ-চি পাচ কৰি আৰু উচ্চ উপাধি লৈ আহিবি তেতিয়া তোৰ দৰে উপাধিধাৰী ল'ৰা ছোৱালীয়ে দেশ ভৰি পৰিব। তেতিয়াও তোৰ চাকৰিৰ নিশ্চয়তা নাথাকিব।

আমাৰ দেশৰ বৰ্তমানৰ শিক্ষিত, অশিক্ষিত আৰু অৰ্দ্ধশিক্ষিত নিবনুৱা সকল দেশৰ কাৰণে এটা গধুৰ বোজাত পৰিণত হৈছে। এই সমস্যা অনতিবিলম্বে সমাধা কৰিব নোৱাৰিলে অদূৰ ভৱিষ্যতত দেশ ভয়াবহ বিপৰ্য্যয়ৰ সমুখীন হব লগাত পৰিব যে নিশ্চিত।

খাদ্য আৰু অৰ্থ আমাৰ দেশৰ দুটা সংকটজনক সমস্যা। আমাৰ

যুৱশক্তিৰ কৰ্মবিমুখীতা আৰু আৰামপ্ৰিয়তা এই খাদ্য আৰু অৰ্থ সমস্যা সৃষ্টিৰ কাৰণে অন্যতম প্ৰধান কাৰণ যে নিশ্চিত। আমাৰ দেশৰ শিক্ষিত সকলে খেতিত লাগিবলৈ লাজ কৰে। কিন্তু বিদেশৰ আনকি আইনজীৱী, চিকিৎসক আৰু অন্যান্য বৃত্তি-জীৱী সকলেও খেতি কৰিবলৈ পাচ নোহোহঁকে। কিন্তু আমাৰ দেশত শিক্ষিত আৰু অৰ্দ্ধশিক্ষিত সকলে উৎপাদনৰ কাৰণে শ্ৰম নকৰা কাৰণে কৃষি আৰু পণ্য জাত সামগ্ৰী হ্ৰাস পোৱাই বিদেশীৰ মুখাপেক্ষী হবলৈ বাধ্য কৰিছে। বিদেশৰপৰা আমি আমদানী কৰোঁ বেচি, কিন্তু ৰপ্তানি কৰিব পাৰোঁ কম। সেয়ে বৈদেশিক ঋণৰ বোজা দিনে দিনে বাঢ়ি গৈছে যিয়ে দেশক গুৰুতৰ সংকটৰ সমুখীন কৰিছে। আমাৰ দেশৰ যুৱক-যুৱতীসকল যি সময়ত সকলোক্ষেত্ৰত পৰনিৰ্ভৰশীল হৈ থাকে সেইসময়ত ইংলণ্ড, আমেৰিকা প্ৰমুখ্যে স্বাধীন দেশবোৰত আনকি ছাত্ৰ-ছাত্ৰীসকলেও শ্ৰম কৰি নিজক আৰু জাতিক স্বাৱলম্বী কৰাত অভ্যস্ত হয়। শ্ৰম কৰাই হ'ল অন্যান্য স্বাধীন দেশৰ নাগৰিকৰ ধৰ্ম আৰু শ্ৰমবিমুখিতাই হ'ল ভাৰতৰ, বিশেষকৈ অসমৰ, নাগৰিক সকলৰ,— যুৱক-যুৱতীৰ প্ৰধান বৈশিষ্ট্য।

শ্ৰমবিমুখীতা আজিৰ ভাৰতৰ প্ৰগতিৰ প্ৰধান অন্তৰায়। শ্ৰমবিমুখীতাই আমাৰ এটা এটাকৈ সকলোবোৰ পৰিকল্পনা বিফল কৰি তুলিছে, শ্ৰমবিমুখীতাই আমাৰ বৈদেশিক ঋণৰ বোজা দিনে দিনে গধুৰৰপৰা গধুৰ কৰি তুলিছে। আজি বিদেশী ধনী ৰাষ্ট্ৰ সমূহে ভাৰতক ঋণ নিদিয়াত পৰিছে, যাৰ ফলত চতুৰ্থ পাঁচবছৰীয়া পৰিকল্পনা সংকোচ কৰিবলৈ ভাৰত চৰকাৰ বাধ্য হৈছে। আনকি শ্ৰম কৰি খাদ্যত স্বাৱলম্বী হব নোৱাৰিলে ভাৰতে আৰু বিদেশৰপৰা খাদ্যবস্তুৰ যোগান পোৱাও টান হব। বিদেশে ভাৰতক সকিয়াই দিছে,—"ভাৰত খাদ্যত স্বাৱলম্বী হবই লাগিব।" অৰ্থাৎ ভাৰতক বিদেশে আৰু খাদ্যৰ যোগান নধৰিব।

যোৱা কেইবছৰত আমাৰ দেশত যি খাদ্য সংকটে দেখা দিছিল, বিদেশৰ পৰা যথাসময়ত সাহায্য নোপোৱাহেঁতেন ভাৰতৰ কোটি কোটি জনসাধাৰণে দুৰ্ভিক্ষত অকাল মৃত্যু বৰণ কৰিব লাগিলহেঁতেন। আগলৈ তেনে খাদ্য সংকটৰ সমুখীন হলে যদি বিদেশৰপৰা খাদ্যৰ যোগান পোৱা নহয়, তেতিয়া আমাৰ অৱস্থা কেনে হব বিবেচনা কৰি চাইছ নে? তহঁতৰ দৰে আৰু বহুতে ভাবে যে মজুতদাৰ, আৰু চোৰাং ব্যৱসায়ীসকল খাদ্য সংকটৰ কাৰণে একমাত্ৰ জগৰীয়া, ইহঁতক ধ্বংশ কৰিব পাৰিলেই সমস্যাৰ ওৰ পৰিব। সঁচাকথা, এই দুৰ্নীতিপৰায়ণ লোক সকলে দেশক বহুপৰিমানে বিপন্ন কৰি তুলিছে, এই শ্ৰেণীৰ অৱসান ঘটিলে দেশৰ বহুখিনি প্ৰগতি হব পাৰে। কিন্তু খাদ্যৰ উৎপাদন যথেষ্ট ধৰণে নাবাঢ়িলে দেশক সংকটৰ পৰা কদাপিও মুক্ত কৰিব পৰা নহব।

আন এটা কথাও তহঁতে মন কৰিব লাগিব। আমাৰ দেশৰ কৰ্মচাৰীসকল তহঁতৰ দৰে শিক্ষিতলোক। এওঁলোক নিষ্ঠাবান হোৱা-হেঁতেন, দুপইচা ভেটিৰ কাৰণে চোৰাং বেপাৰীক প্ৰশ্ৰয় নিদি নিষ্ঠাৰে জাতিক আৰু জনতাৰ সেৱা কৰিবলৈ আগবাঢ়ি অহাহেঁতেন এই দুৰ্নীতিপৰায়ণ চোৰাংবেপাৰী সকলে জাতিক বিপন্ন কৰিবলৈ সুবিধাই বা ক'ত পালেহেঁতেন। ভালকৈ গমিচালে কেউদিশৰপৰা তহঁত এই তথাকথিত শিক্ষিতসকলেই দেশ আৰু জাতিৰ সংকটৰ প্ৰধান কাৰণ নহৱনে?

মই অনুভৱ কৰিব পাৰিছোঁ যে তহঁত শিক্ষিত মাত্ৰেই যেন এটা কৃত্ৰিম জীৱন যাপন কৰিবলৈহে শিক্ষা লাভ কৰিব ধৰিছ। জনজীৱনৰ লগত তহঁতৰ সম্পৰ্ক ছেদ হৈ পৰিল। স্বাধীনতা আন্দোলনৰ সময়ত মহাত্মাগান্ধীয়ে স্বাভাৱিক আৰু স্বাৱলম্বী জীৱন যাপন কৰাত যি মহান আদৰ্শ দাঙি ধৰিছিল, আজি মহাত্মাজীৰ পৰলোকৰ লগে লগে সেইসকলোবোৰ আদৰ্শৰো যেন পৰলোক ঘটিল। ধুন, পেছ, বিলাসিতাই আজি ভাৰতীয় সকলৰ মন-প্ৰাণ অধিকাৰ কৰি বহিছে ইয়ে তহঁত আদৰ্শবাদী শিক্ষিতসকলক ক্ৰমে দুৰ্নীতিৰ মাজলৈ টানি

নিব ধৰিছে। আজি কাপোৰ-কানিকে ধৰি সকলোক্ষেত্ৰত তহঁতৰ যি বিলাসিতা হৈছে, শিক্ষা সাং কৰি চাকৰি ললে চাকৰিৰ দৰমহাৰে নিজৰ আৰু পৰিয়ালৰ ভৰণ পোষণৰ ব্যৱস্থা কৰিব পাৰিবিনে? বিলাসিতাই যেতিয়া তহঁতৰ মূৰত ঋণৰ বোজা তুলি দিব, তেতিয়া ছাত্ৰজীৱনত দুৰ্নীতিৰ বিৰুদ্ধে থকা ঘৃণা অভাৱ আৰু তাড়নাৰ প্ৰবল ধুমুহাই উৰাই নি শূন্যত বিলীন কৰি দিব। তেতিয়া আন দহৰ দৰে তয়ো দুৰ্নীতিপৰায়ণ লোকে নিজৰ উদ্দেশ্য পূৰণৰ কাৰণে বৰশীত আঁৰি থোৱা 'লোভনীয় টোপ' বিবেকৰ অজ্ঞাতসাৰে গিলি পেলাবি।

আৰু যদিহে তই দুৰ্নীতিপৰায়ণ হব নোখোজ, দুৰ্নীতিৰ বিৰুদ্ধে থকা ঘৃণাক স্থায়ীভাবে ৰক্ষা কৰিব খোজ, তেনেহলে ছাত্ৰ অৱস্থাৰে পৰা জনসাধাৰণৰ মানদণ্ডৰ লগত সামঞ্জস্য ৰক্ষা কৰি অকৃত্ৰিম জীৱন যাপন কৰিবলৈ অভ্যস্ত হব লাগিব। আজিৰ ভাৰতৰ লোকসংখ্যা প্ৰায় ৫৫ কোটি; ইয়াৰ একতৃতীয়াংশ অৰ্দ্ধাহাৰী, অৰ্দ্ধনগ্ন আৰু আন এক বিৰাট সংখ্যক অনাহাৰী প্ৰায়। সৰহভাগ ভাৰতীয়লোকৰ জীৱনৰ মানদণ্ড দুখলগা ধৰণে শোচনীয়। এওঁলোকৰ জীৱনৰ কথা ভাবিলে দুখ লাগে। তহঁত শিক্ষিত সকলৰ শিক্ষাৰ সাৰ্থকতা হব তেতিয়াহে, যেতিয়া এই অগণন দৰিদ্ৰ ভাৰতীয়ৰ দাৰিদ্ৰ্যৰ ভাগ লৈ উপশম কৰিবলৈ আৰু দাৰিদ্ৰ্যবিলোপ কৰিবলৈ সমৰ্থ হবি। এনে কাৰ্য্য সম্ভৱপৰ হব তহঁতৰ পবিত্ৰ শ্ৰমৰ দ্বাৰাহে।

তহঁতে কব পাৰ যে শ্ৰমৰ কাৰণে উপযুক্তক্ষেত্ৰ দেশত নাই। কথাটো সঁচা নহয়। আমাৰ দেশত যিবোৰ মাটিত খেতি কৰা হয়, মোৰ বোধেৰে শতকৰা পঁসত্তৰ ভাগ মাটিৰ খেতি অমিতব্যয়ী। মিতব্যয়ী ভাবে খেতি কৰিলে আৰু পতিত মাটি খিনিও খেতিত লগালে, লগতে উন্নত ধৰণৰ সঁজুলি, সাৰ আৰু সঁচ প্ৰয়োগ কৰিব পাৰিলে খেতিত স্বাবলম্বী হবলৈ বহুকাল আমাক নালাগিব। সমালোচক সকলে দেশৰ সকলোধৰণৰ সংকট চৰকাৰৰ অকৰ্মন্যতা, শিথিলতা, চৰকাৰী কৰ্মচাৰী, চোৰাং বেপাৰী আৰু লাভখোৰৰ দুৰ্নীতি,



জনসংখ্যা বৃদ্ধি আদিৰ কাৰণে উদ্ভৱ হোৱা বুলি থিৱাং কৰিছে। আমি নিয়মতান্ত্ৰিকতাৰ মাজেদি এইবোৰ প্ৰতিৰোধ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিব লাগিব। লগতে স্বাধীন দেশৰ নাগৰিক হিচাবে আমি পোনতে আগবঢ়াব লাগিব আৰু নিজৰ নিজৰ অৰিহণা।

ঘৰত জুই লাগিলে অগ্নিনিৰ্বাপক বিভাগক খবৰ দি আমি নিষ্ক্ৰিয় হৈ সেই বিভাগৰ শিথিলতা বা অকৰ্মন্যতাক সমালোচনা কৰি ক্ষান্ত নাথাকি যেনেকৈ জুই নুমাবলৈ আমি যথাশক্তি কৰ্মতৎপৰ হওঁ, তেনেকৈ নানা সংকটে দেশখন পুৰি পেলাবলৈ উদ্যত হোৱা অৱস্থাত চৰকাৰ, চৰকাৰী কৰ্মচাৰী বা দুৰ্নীতিপৰায়ণ অন্যান্য পক্ষক দোষাৰোপ কৰি সমালোচনাত মত্ত হৈ থাকিলেই স্বাধীনদেশৰ নাগৰিকৰ কৰ্তব্য পালন কৰা নহব, স্ব স্ব সাধ্য, সুবিধা আৰু সুযোগ অনুসৰি কৰ্তব্য তৎপৰ হবহে লাগিব। ঘৰৰ জুই নুমোৱাৰ ক্ষেত্ৰত যেনেকৈ আনৰ আদেশ-নিৰ্দেশলৈ অপেক্ষা নকৰি বিবেকৰ নিৰ্দেশ অনুসৰি জুই নুমাবলৈ অহোপুৰুষাৰ্থ কৰা হয়, তেনেকৈ জাতীয় সংকটৰ কালতো আনৰ মুখলৈ নাচাই, চৰকাৰৰ উপদেশলৈ অপেক্ষা নকৰি, বিবেক বুদ্ধিৰ নিৰ্দেশ অনুসৰি যথাসম্ভৱ কৰ্মতৎপৰ হোৱাহে প্ৰকৃত নাগৰিকৰ লক্ষণ হোৱা উচিত।

স্বাধীনতা আন্দোলনৰ সময়ত গান্ধীজীয়ে কৈছিল যে বিদেশীকাপোৰ পিন্ধাতকৈ নাঙঠ হৈ থকাই ভাল আৰু যিয়ে শ্ৰম নকৰে তেওঁৰ খোৱাৰ অধিকাৰ নাই। মাটিহীনে কেনেকৈ শ্ৰমেৰে খাদ্যশস্য উৎপাদন কৰিব সেই বিষয়ে প্ৰশ্ন কৰাত গান্ধীজীয়ে কৈছিল,—"গামলাত ৰুই শস্য উৎপাদন কৰা।" গান্ধীজীয়ে আৰু কৈছিল,—"দুই পইচাৰ সূতা কটা আৰু গামলাত শস্য উৎপাদন কৰাৰপৰা সমস্যাৰ সমাধান নহলেও ক্ষন্তেক সময়ৰ কাৰণে হলেও প্ৰত্যেকে উৎপাদনক্ষম-শ্ৰম কৰি শ্ৰমিক শ্ৰেণীৰ লৈতে আত্মীয়তা স্থাপন কৰিবই লাগিব। যাতে বৈষম্য বিলীন কৰণৰ ফালে সকলোৰে মন ঢাল খায়।"

মহাত্মাৰ বাণী আমাৰ মানত মৰআউসীৰ বাট দেখুৱা বন্তিৰূপে

বিবেচিত হোৱা দৰ্কাৰ। তহঁতে চৰকাৰৰ ওচৰত সমস্যা সমাধানৰ কাৰণে দাবী জনোৱাৰ পূৰ্বে নিজ নিজ শ্ৰমেৰে সমাধানৰ ব্যৱস্থা কৰাহে প্ৰকৃত স্বাধীন নাগৰিকৰ কৰ্তব্য হব।

কেৱল যে শিক্ষিত পুৰুষসকলৰ মাজতহে শ্ৰমবিমুখীতা বাঢ়িছে, তেনে নহয়, শিক্ষিতা নাৰী সকলো, আমাৰ শ্ৰমবিমুখ শিক্ষাৰ প্ৰসাৰৰ লগে লগে ঢেঁকী-উৰাল লাহে লাহে সমাজৰ পৰা আঁতৰিব ধৰিছে। তহঁতে যি মিল মালিকৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছ, এতিয়া প্ৰতি গাঁৱে গাঁৱে ধানবনা কল বহুৱাবলৈ সেই মিলমালিকৰ চৰণতে তঁহতে আশ্ৰয় ভিক্ষা কৰিব লাগিব। তহঁত যুৱক সকলে যেনেকৈ কেৱল কথা আৰু প্ৰস্তাৱেৰে দেশোদ্ধাৰ কৰাত ব্যস্ত, আমাৰ নাৰীসমাজো লাহে লাহে তেনেকৈ প্ৰস্তাৱৰ বলত দেশোদ্ধাৰ কৰিবলৈ ব্ৰতী হোৱা যেন অনুভৱ হব ধৰিছে। আই, বাই, ভনীসকল প্ৰস্তাৱতে ব্যস্ত নাথাকি কষ্ট স্বীকাৰ কৰি অন্ততঃ পৰিয়ালৰ খোৱা চাউল মুঠি (ধান কিনি হলেও) নিজৰ ঘৰতে উলিয়াই লোৱাৰ ব্যৱস্থা কৰাঁহেঁতেন অন্ততঃ চাউলৰ দুৰ্নীতি বহু পৰিমাণে লাঘৱ হ'লহেঁতেন আৰু সম্ভৱতঃ লাভো হ'লহেঁতেন। তেতিয়া সম্ভৱতঃ চাউলৰ 'ৰেচন'ৰ পৰিবৰ্তে ধানৰ 'ৰেচন' প্ৰবৰ্তন কৰিব পাৰিলে চৰকাৰৰ কাম উজু হ'লহেঁতেন আৰু তেতিয়া ধানৰ প্ৰতিমোণে ২৭।২৮ সেৰৰ সলনি ২৪।২৫ সেৰ চাউল দিয়া মিলমালিক সকলক বাদ দি কৃষক আৰু জনসাধাৰণৰ লগতে পোনপটীয়া সম্পৰ্ক স্থাপন কৰিব পাৰিলেহেঁতেন। যিয়ে লাভখোৰ আৰু চোৰাংবেপাৰীৰ ভিকাছন সাধনত সহায় কৰিলেহেঁতেন আৰু সম্ভৱতঃ ভাল চাউলৰ ভাত খাবলৈ আৰম্ভ কৰিলে তিলমান হলেও জাতীয় স্বাস্থ্যৰো উন্নতি হ'লহেঁতেন।

স্বাধীন হোৱাৰ পিছত যে মুঠে একো উন্নতি হোৱা নাই, সিও নহয়। স্বাধীনতা লাভৰ পিছত মৃত্যু সংখ্যা হ্ৰাস পাইছে, মেলেৰিয়াকে আদি কৰি কিছুমানৰোগৰ প্ৰাদুৰ্ভাৱ কমিছে, দেশত নতুন নতুন বহুতো আলিবাট ওলাইছে, যাতায়াতৰ সুগম হৈছে, স্কুল-কলেজ আৰু



শিক্ষিতৰ সংখ্যাও আগতকৈ বহু বাঢ়িছে, চহৰবোৰত ধুনীয়া ধুনীয়া অট্টালিকা নিৰ্মাণ হব ধৰিছে। কিন্তু আমি গমি চালে দেখিবলৈ পাম যে আন এক বিৰাট সংখ্যক লোকৰ পঁজাঘৰ উঠি যাবলৈও উপক্ৰম হৈছে, খাদ্যৰ অভাৱত তেওঁলোকে হাহাকাৰ কৰি ঘূৰি ফুৰিব লগাত পৰিছে আৰু সময়ে সময়ে শিক্ষিত-অশিক্ষিত সকলোৱে চাউলৰ 'কিউ'ত থিয় দি ঘণ্টাৰ পিছত ঘণ্টা অতিবাহিত কৰিব লগাত পৰিছে। আৰু বহুতে চাউল নাপাই ল'ৰা-ছোৱালীৰ সৈতে উপবাসে থাকিব লগাতো পৰিছে। যিসকলৰ চাউল কিনাৰ সামৰ্থ্য নাই, সেইসকলে কলগছ, কচু আদি কৰি বনৰীয়া খাদ্য খাই জীৱন নিৰ্বাহ কৰি জীয়াতু ভুগিব লগাতো পৰিছে।

মই আগিতেই কৈছোঁ যে শিক্ষিতৰ সংখ্যা বঢ়াৰ লগে লগে দেশত নিবনুৱা সমস্যাও বাঢ়িব ধৰিছে। তহঁতে শিক্ষা সাং কৰি অহালে যে দেশত নিবনুৱা সমস্যাই কি কদাকাৰ ৰূপ ধাৰণ কৰিব তাক ভাবিলে ভয় লাগে। তহঁতে গভীৰ ভাবে উপলব্ধি কৰা উচিত হব যে শিক্ষা শেষ কৰি ওলাই আহি হা-ভাত, হা-কাপোৰকৈ নিবনুৱা হৈ ঘূৰি ফুৰা অৱস্থা কেনে মৰ্মন্তুদ হব।

অৱশ্যে তহঁতে এইটোও কৰি যে গান্ধীজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ হাত আৰু শৰীৰেৰে পুৰণিকলীয়া ব্যৱস্থাৰে কৃষি-উদ্যোগত লাগি থাকিলে দেশৰ প্ৰগতি অসম্ভৱ। এই কথাত ময়ো তহঁতৰ লগত এক মত। যিসময়ত বিজ্ঞানৰ সহায়ত কম প্ৰয়াসতে পৃথিবীখনে প্ৰভুত উন্নতিৰ পথত আগ বাঢ়িছে, তেতিয়া বিজ্ঞানৰ আশ্ৰয় নোলোৱা আমাৰ কাৰণে কেৱল মূঢ়তা হে হব। অন্যান্য উন্নত দেশৰ দৰে আমিও বিজ্ঞানৰ অনুশীলন কৰি জীৱন আৰু সমাজ প্ৰগতিশীল আৰু মধুৰ কৰি তুলিবই লাগিব। কিন্তু যেতিয়ালৈকে আমি বিজ্ঞানৰ প্ৰচুৰ প্ৰয়োগ কৰিব নোৱাৰোঁ, তেতিয়ালৈকে মহাত্মাগান্ধী প্ৰদৰ্শিত পথৰ অনুশীলন কৰিয়েই আমি কঠোৰ শ্ৰমৰ সহায়ত নিজক আৰু জাতিক স্বাৱলম্বী কৰিবলৈ অহোপুৰুষাৰ্থ কৰিবই লাগিব।

আজিলৈ আৰু বহুকথা নেলেখোঁ। ইয়াৰ কথা খিনি উপলব্ধি কৰিবলৈ যত্ন কৰিবি বুলি আশা কৰিলোঁ। তোৰ সহপাঠী বন্ধুসকলকো চিঠি খন দেখুৱাবি। কিবা কথা বুজি নাপালে বা উপলব্ধি কৰিব নোৱাৰিলে মোলৈ লেখি জনাবি, তোৰ বন্ধুসকলে দিয়া সমালোচনাৰ টোকা লিখিও মোলৈ পঠাবি। তহঁতৰ সজ আদৰ্শ থাকিলে তাকো জনাবি, মই তহঁতৰ সজকথা মানিবলৈ যত্ন কৰিম, নিজৰ দোষ-ত্ৰুটি শুধৰাবলৈও সুবিধা পাম।

তোৰ কুশল কামনা কৰি স্নেহাশীষ জনাই আজিলৈ সামৰিলোঁ।

ইতি—

তোৰ—

দেউতা—

---

## 'জয় জোৱান, জয় কিষাণ'

ভাৰতৰ অগণন জনতাৰ প্ৰিয় নেতা ভূতপূৰ্ব প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীয়ে জাতিৰ উদ্দেশ্যে দি যোৱা তাৎপৰ্য্যপূৰ্ণ ধ্বনি হ'ল—'জয় জোৱান, জয় কিষাণ।' জয়ধ্বনি দি জোৱান সকলক উৎসাহিত কৰা ৰীতি বহুকাল আগৰেপৰা চলি আহিছে। কিন্তু আখ্যান প্ৰসিদ্ধ মিথিলাৰ ৰজা জনকৰ পাচৰপৰা মধ্যযুগত কৃষকক সম্মানিত আৰু উৎসাহিত কৰা কোনো উপাধি নাইবা ধ্বনিৰ প্ৰচলন আমাৰ দেশত নাই।

জোৱান সকলে সকলো সময়তে মাতৃভূমি ৰক্ষাৰ্থে নিজৰ ৰক্তদান কৰি আহিছে। দেশবাসীয়ে তেওঁলোকক প্ৰশংসা আৰু শ্ৰদ্ধা কৰা নিতান্ত উচিত। আনহাতে যি কৃষকে বুকুৰ তেজ পানী কৰি মূৰৰ ঘাম ভৰিত পেলাই ৰ'দ, বৰষুণ, শীত, তাপ সকলো অম্লানবদনে সহি আমাৰ উদৰ পূৰণ কৰাই জাতিৰ জীৱন ৰক্ষা কৰিছে, তেওঁলোকো আমাৰ প্ৰশংসা আৰু শ্ৰদ্ধাৰ পাত্ৰ। কিন্তু পৰিতাপৰ বিষয় যে প্ৰশংসাৰ পৰিবৰ্তে আমি তেওঁলোকক 'চাচা', 'চহা' আদি আখ্যা দি যেনিবা পেংলাই কৰোঁ আৰু সমাজৰ নিম্নস্তৰত স্থান দিওঁ। 'চহা' শব্দৰ আন এটা অৰ্থ হ'ল 'এঙেৰুৱা', চিলিমত বাকীথকা পোৰা ধপাঁত। আমাৰ চৰকাৰৰ ওপৰ গধুৰ কৰভাৰত আৰু এক শ্ৰেণীৰ লোকৰ শোষণত, উপবাসীজনৰ হোপাত চিলিমৰ ধপাঁত এঙেৰুৱা হোৱাৰ দৰে, আমাৰ কৃষক সকলো যেন এঙেৰুৱা হৈছে। দেশৰ ধৰণী কৃষক সকলৰ লগে লগে যেন দেশৰ অৱস্থাও তেনে হৈছে।

দূৰদৃষ্টিসম্পন্ন শাস্ত্ৰীজীয়ে সৰুৰেপৰা সাধাৰণ ভাবে জীৱিকা নিৰ্বাহ কৰি নিজক গঢ়ি তোলা কাৰণে শ্ৰমিক আৰু কৃষকৰ দৰে নিম্নবিত্ত দুখীয়া-দৰিদ্ৰৰ দুখ-কষ্ট গভীৰ ভাৱে অনুভৱ কৰিব পাৰিছিল।

তেওঁ প্ৰধান মন্ত্ৰী হোৱাৰ পিছত দুৰ্ভাগ্যক্ৰমে পাকিস্থানে আমাৰ দেশ আক্ৰমণ কৰাত আত্মৰক্ষাৰ কাৰণে যুদ্ধত লিপ্ত হবলৈ ভাৰতবৰ্ষ বাধ্য হৈছিল। কিন্তু খাদ্যত পৰনিৰ্ভৰশীল ভাৰতৰ যুদ্ধকালীন অৱস্থাত খাদ্যৰ অভাৱে গুৰুতৰ ৰূপ ধাৰণ কৰিছিল। এই সুযোগতে ভাৰতক সৰহ খাদ্যৰ ঋণ দিয়া ৰাষ্ট্ৰ আমেৰিকাই ৰাজনৈতিক প্ৰভাৱ বিস্তাৰৰ কাৰণে আমাক খাদ্য পৰিবেশন কৰিব খোজা চুক্তি (পি, এল, ৪৮০), ভাৰতে তেওঁলোকৰ নিৰ্দেশ মানিব নোৱাৰা কাৰণে অনিৰ্দিষ্ট কাললৈ স্থগিত ৰাখে।

আমাৰ জোৱান সকলে পাকিস্থানৰ দৰ্প চূৰ্ণ কৰি পাকিস্থানৰ বহুখিনি ঠাই অধিকাৰ কৰি আগুৱাই গৈ পাকিস্থানৰ দ্বিতীয় প্ৰধান নগৰ লাহোৰৰ সীমা পালে গৈ যদিও খাদ্য চিন্তাই ভাৰতক বিব্ৰত কৰি তোলে। সেই কাৰণে ভাৰতে জয়মাল্য লাভ কৰিও পৰাজিত ৰাষ্ট্ৰৰ লগত সমপৰ্য্যায়ত আৰু ভাৰতৰ বহুক্ষতি স্বীকাৰ কৰিও ৰাষ্ট্ৰসংঘৰ স্থিতাৱস্থা নীতিত সম্মতি দিব লগাত পৰে। ভাৰত যদিও এখন সাৰ্বভৌম গণৰাষ্ট্ৰ, খাদ্য আৰু অৰ্থনৈতিক দিশত পৰনিৰ্ভৰশীল হোৱা কাৰণে আমাৰ পৰৰাষ্ট্ৰনীতিৰ শিথিলতা অহা স্বাভাৱিক হৈ পৰিল। জোৱান সকলে জয়লাভ কৰিলে যদিও খাদ্যৰ কাৰণে পৰাধীন হবলগাত পৰি সেই বিজয় নিষ্প্ৰভ হ'ল।

জোৱান সকলৰ দৰে খাদ্যবস্তু উৎপাদন কৰি অশেষ কায়-ক্লেশ নিৰ্য্যাতন সহি কৃষক সকলেও আমাক জীয়াই ৰাখিবলৈ অশেষ চেষ্টা কৰিছে। অন্যান্য সামগ্ৰীৰ অভাৱ হলে দুই-চাৰি দিন জোৰা টাপলি মাৰি কেনেবাকৈ চলিব পাৰি, কিন্তু অন্ন মুঠিৰ অবিহনে আমি এদিনো জীয়াই থাকিব নোৱাৰোঁ। জোৱান সকল আমাৰ ৰক্ষক আৰু কৃষক সকল আমাৰ অন্নদাতা, এওঁলোকৰ মাজত হীন-দেৰি নাই। এই মহান সত্য উপলব্ধি কৰিয়েই আমাৰ স্বৰ্গগত মন্ত্ৰী শাস্ত্ৰীজীয়ে জয়ধ্বনি তুলিছিল—"জয় জোৱান, জয় কিষাণ"।

শাস্ত্ৰীৰ পিছত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীও ৰাজ্যিক মুখ্য আৰু



কৃষিমন্ত্ৰী সম্মিলনত কৈছিল,—"আমি আমাৰ কৃষি-উৎপাদন বৃদ্ধি নকৰিলে, আমাৰ জনসংখ্যা নিয়ন্ত্ৰণ নকৰিলে আৰু তাৰ জৰিয়তে অহা কেইবছৰ মানত খাদ্য শস্যৰ ক্ষেত্ৰত স্বাৱলম্বী হব নোৱাৰিলে, আমি আমাক স্বাধীন ৰাষ্ট্ৰবুলি কোৱাৰ অধিকাৰ হেৰুৱাম।"

জালিনাৱালাবাগ দিবস উপলক্ষে দিল্লী প্ৰদেশ কংগ্ৰেছ কমিটিয়ে আয়োজন কৰা আন এখন ৰাজহুৱা সভাত ভাষণ দি শ্ৰীমতী গান্ধীয়ে কৈছিল,—"ভাৰতে খাদ্য যোগানৰ কাৰণে আনদেশৰ ওপৰত নিৰ্ভৰ কৰি থকালৈকে নিজৰ পূৰ্ণ মৰ্য্যাদা লাভকৰিব নোৱাৰে।"

আন এটা প্ৰসঙ্গত শ্ৰীমতী গান্ধীয়ে কৈছিল,—"মই ভ্ৰমণ কৰা দেশবোৰৰ (বিদেশ) নেতা সকলে দঢ়াই দঢ়াই কৈছে যে ভাৰত খাদ্যৰ ক্ষেত্ৰত স্বাবলম্বী হবই লাগিব।"

এইবোৰ উক্তি আৰু বিদেশীৰ মনোভাৱৰপৰা স্পষ্টকৈ অনুভৱ কৰিব পাৰি যে খাদ্যত স্বাৱলম্বী হব নোৱাৰিলে ভাৰতৰ স্বাধীনতা অক্ষুণ্ণ হৈ থকা টান। মহামানৱ মহাত্মাগান্ধীৰ নেতৃত্বত শ শ শ্বহীদে প্ৰাণ উচৰ্গা কৰি, অঙ্গ ক্ষত কৰি, কাৰাবৰণ কৰি, জনসাধাৰণেও বিদেশী বস্তু বৰ্জন কৰি, বিলাসিতা আৰু নানা ধৰণৰ ক্লেশ আৰু নিৰ্যাতন অকাতৰে বৰণ কৰি তেতিয়াৰ যুৱক আৰু বৰ্তমান বৃদ্ধ আৰু প্ৰৌঢ় সকলে যি স্বাধীনতা অৰ্জন কৰিলে, আজিৰ তৰুণ যুৱক সকলে বিলাস-নিদ্ৰাত মগ্ন হৈ থকাৰ ফলত যদি স্বাধীন দেশৰ নাগৰিকৰ পূৰ্ণ মৰ্য্যাদা লোপ পায় বা স্বাধীন সাৰ্বভৌম ৰাষ্ট্ৰ ভাৰতৰ সম্মান লাঘৱ হয়, তেনেহলে ইয়াতকৈ লাজ আৰু অপমানৰ কথা আৰু কি হব পাৰে?

প্ৰথম মহাসমৰৰ পাচত পৰাক্ৰমী জাৰ্মান ৰাজ্যৰ সীমাই দি ফৰাচী সকলে 'চিক্ৰেটলাইন' নামে এটি দুৰ্জ্জয় গড়-দুৰ্গ নিৰ্মাণ কৰি তাৰ ভাৰষাত নিৰুদ্বেগে বিলাস-নিদ্ৰাত মগ্ন থাকোঁতে দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে জাৰ্মানীয়ে প্ৰথম আঘাততে সেই দুৰ্গ চূৰ্ণ-বিচূৰ্ণ কৰি ফৰাচীক পৰাধীন কৰি পেলাইছিল। আমাৰ দেশতো

প্ৰধান প্ৰধান নেতাকে প্ৰমুখ্যে সৰহ সংখ্যক লোকে মহাত্মা গান্ধীৰ নামত এটি ৰক্ষাকবচ বান্ধি অহিংসা মন্ত্ৰৰ জয়গান গাই গাই সম্মানহীন কৃষি আৰু গৌৰৱ নথকা শ্ৰম পৰিত্যাগ কৰি অলস জীৱন যাপন কৰাৰ উপায় বিচাৰি হাবাথুৰি খাইছোঁ।

আজি আমি সকলোবিলাক ভাৰতীয় নাগৰিক ব্যস্ত লিখা-পঢ়া শিকি এটা চাকৰি যোগাৰ কৰি লোৱাত। দেশৰ শিক্ষিত মাত্ৰেই শাসক হবলৈ গলে ভোগ্যবস্তু উৎপাদন কৰিব কোনে এই কথাটো সম্ভৱতঃ মুঠেও বিবেচনা কৰা নহয়। বিদেশৰ পৰা খাদ্য সামগ্ৰীকে ধৰি অন্যান্য বস্তু আমদানী কৰি থকা এই পৰনিৰ্ভৰশীলতা যে কিমান নিকৃষ্ট এই কথা আমি সৰহভাগেই গমি নাচাওঁ আৰু আমি বিবেচনা কৰিবলৈ টান পাওঁ যে সময়ত বিদেশৰ পৰা এই অপৰিহাৰ্য্য সামগ্ৰী সমূহ আমদানী কৰিবলৈ আমাৰ বৈদেশিক মুদ্ৰাবো অনাটন হব। আমি অন্ততঃ খাদ্যশস্যৰ ক্ষেত্ৰত স্বাৱলম্বী হব নোৱাৰিলে আৰু বৈদেশিক স্বৰ্ণমুদ্ৰাৰ অভাৱত বা ৰাজনৈতিক কাৰণত বিদেশৰ পৰাও খাদ্য-সামগ্ৰী আমদানী কৰিব নোৱাৰিলে, সম্ভৱতঃ সময়ত সমগ্ৰ জাতিটো লঘোনে থাকিব লগাত পৰিব পাৰে। আমি সময়ে সময়ে চকুৰ আগতে দেখিব ধৰিছোঁ যে দুখীয়া দৰিদ্ৰৰ কথা এৰিলেও ধনী চহকী সকলেও হাতত অপৰিমিত ধন থাকিলেও উপযুক্ত খাদ্যবস্তু বজাৰত নোপোৱাত পৰে।

কৃষিৰ উন্নয়ন আৰু সৰহ শস্য উৎপাদনৰ কাৰণে চৰকাৰীভাবে ভালেমান উন্নত ব্যৱস্থা হাতত লৈছে সঁচা, কিন্তু দেশৰ কৃষক সকলৰ বহল দৃষ্টিভঙ্গী নথকা হেতুকে আৰু কৃষি বিভাগৰ বিষয়াসকলে সেৱকৰ মনোবৃত্তি পৰিহাৰ কৰি শাসক হৈ থকা কাৰণে সৰহসংখ্যক কৃষকে উন্নত ধৰণৰ সাৰ, বীজ বা জলসিঞ্চনৰ সুব্যৱস্থাৰ বুজকে পাব পৰা নাই। আনহাতে কৃষকৰ সংখ্যাও দিনে দিনে কমি আহিছে। যি সকল লোক দুৰৱস্থাপন্ন, যি সকলৰ শিক্ষা-দীক্ষা নাই, আৰু যি সকলে কোনো ধৰণৰ চা-চাকৰিৰ ব্যৱস্থা কৰি লব নোৱাৰে, সাধাৰণতে সেই



সকলহে শেষত বাধ্য হৈ কৃষি ক্ষেত্ৰত নামে গৈ, সিও অন্তঃসাৰশূন্য ভাবে। কৃষক-শ্ৰমিকে সমাজত সন্মানজনক স্থান নাপায় আৰু কৃষকক উন্নত সকলে হেয় জ্ঞান কৰে। সেয়ে কৃষকে হৃষ্টচিত্তেৰে কৃষি জগতত কাম কৰিবলৈ প্ৰেৰণা নাপায়। যথাৰ্থ কৃষকৰ আজি মাটিও নাই। কৃষি-শ্ৰমিক ৰাখি কৃষি কৰ্ম পৰিচালনা কৰা সকলৰহে মাটি আছে, আধুনিক ধৰণৰ সা-সুবিধাখিনিও তেনে ধৰণৰ কৃষকেহে গ্ৰহণ কৰিব পাৰিছে। নাঙলৰ মুঠিৰ কৃষকৰ অৱস্থা তেনেই শোচনীয়। যথাৰ্থ কৃষকৰ অৱস্থা দিনে দিনে শোচনীয় হৈ পৰিছে, যথাৰ্থ কৃষি-উৎপাদন কৰা কৃষকে হা-ভাত, হা-কাপোৰ কৈ নানা কায়-ক্লেশ ভুগি অনাহাৰ অনিদ্ৰাই জীৱনপাত কৰিব ধৰিছে। আচলতে ভাৰতত প্ৰকৃত কৃষক আৰু প্ৰকৃত শ্ৰমিকক এতিয়াও যথাৰ্থ সন্মান দিয়া হোৱা নাই, কেৱল পুতৌ কৰাহে হৈছে।

কিন্তু ৰুচিয়া, আমেৰিকা আদি কৰি প্ৰথমশ্ৰেণীৰ উন্নত দেশবোৰত কৃষক আৰু শ্ৰমিকৰ যথেষ্ট সমাদৰ আছে ; সেইবোৰ দেশত যথাৰ্থতে কৃষক-শ্ৰমিকক দেশৰ ধৰণীৰূপে শ্ৰদ্ধা-সন্মান কৰা হয়। ৰুচিয়াৰ ৰাষ্ট্ৰীয় পতাকাৰ প্ৰতীক হৈছে কৃষকৰ কাঁচি আৰু শ্ৰমিকৰ হাতুৰী। অৰ্থাৎ ৰুচিয়াত কৃষক আৰু শ্ৰমিককে জাতিৰ আত্মা বুলি অনুভৱ কৰি সৰ্বোচ্চ সন্মান দিছে।

আমাৰ দেশত মহাত্মা গান্ধীয়ে কৃষক আৰু শ্ৰমিকৰ সাধাৰণ-সাজ-পাৰ আঠুমুৰীয়া চুৰিয়া পিন্ধি গভীৰ আত্মীয়তা আৰু প্ৰেমেৰে তেওঁলোকৰ অন্তৰ জয় কৰিছিল। স্বৰ্গীয় লালবাহাদুৰ শাস্ত্ৰীয়ে নিজস্ব সাজপাৰ চুৰিয়া পিন্ধি বিদেশলৈ গৈ দেশৰ সন্মান ৰক্ষা কৰা কাৰণে তেওঁকো জনসাধাৰণে আপোন বুলি গ্ৰহণ কৰিছিল। আজি আমাৰ চৰকাৰে আইনতঃ আৰু বক্তৃতা প্ৰসঙ্গত শ্ৰেণীহীন আৰু বিভেদহীন সমাজ গঢ়াৰ কথা কয়। কিন্তু চৰকাৰৰ উৰ্দ্ধতন কৰ্তৃপক্ষ আৰু বৰ বৰ বিষয়া আৰু নেতাসকলৰ চিত্তত নাই সমতা বা সাম্যভাৱৰ দৃষ্টি। পিন্ধন উৰণ, খাৱন-লোৱন, ফুৰণ সকলোক্ষেত্ৰতে এওঁলোক জনসাধাৰণৰ পৰা

পৃথক। এওঁলোকে কয় এটা, কৰে আন এটা। আৰু এনেহে ধাৰণা হয় যেন এওঁলোকে জনজীৱনক ঘিণাই আৰু বিদ্ৰূপৰ দৃষ্টিৰেহে চায়। ফলতঃ চৰকাৰ আৰু বিশেষকৈ শ্ৰমজীৱী বাইজৰ মাজত দিনে দিনে বিভেদৰ প্ৰাচীৰ বাঢ়ি যাব ধৰিছে। জনজীৱন আজি বিক্ষুব্ধ হৈ উঠিবলৈ বাধ্য হৈছে। আৰু সম্ভৱতঃ সম্মিলিতভাবে ঐক্যবদ্ধ হলে জনজীৱনৰ বিক্ষুব্ধতাৱ কোনো এদিন আগ্নেয়গিৰিৰ দৰে বিস্ফাৰিত হবলৈও বহুকাল নালাগিব।

কৃষি আৰু উদ্যোগেই হৈছে দেশৰ প্ৰাণ। সম্প্ৰতি আমাৰ দেশত কৃষিৰ ভাৰ কেইগৰাকীমান অশিক্ষিত প্ৰৌঢ় বয়সৰ মানুহৰ হাতত আৰু উদ্যোগৰ ভাৰ কমবুদ্ধিৰ অশিক্ষিত যুৱকৰ হাতত এৰি দি অধিক সংখ্যক শিক্ষিত, অৰ্দ্ধশিক্ষিত আৰু বুদ্ধিমান যুৱকে শাৰীৰিক শ্ৰম কৰা লাজ আৰু অপমানৰ কথা বুলি বিবেচনা কৰি তাৰপৰা আঁতৰি থকা কাৰণেই যে দেশৰ অৱস্থা অতি শোচনীয়ৰ পৰা শোচনীয়লৈ ঢাল খাইছে তাক আমি বুজিও যেন নুবুজাত পৰিছোঁ। আমাৰ দেশত মানুহৰ অভাৱ নাই, অভাৱ শ্ৰম কৰিবলৈ লাজ নকৰা প্ৰকৃত মানৱীয়বোধ আৰু নাগৰিক দায়িত্ব সম্পন্ন লোকৰ। কৃষক আৰু শ্ৰমিকৰ হাড়ে-ছালে লগা অৱস্থালৈ লক্ষ্য কৰি বুদ্ধিমান শিক্ষিত যুৱক সকল কৃষি-উদ্যোগৰ প্ৰতি আকৰ্ষিত নোহোৱাতোও স্বাভাৱিক কথা।

এনে অৱস্থাৰে দেশ কেতিয়াও আগ বাঢ়িব নোৱাৰে, দেশৰ চূড়ান্ত অৱনতি ঘটা যেন স্বাভাৱিক। আমি কিন্তু উন্নতিকামী। এই অৱস্থাৰ পৰিবৰ্তন আমি সাধিবই লাগিব। কৃষক আৰু শ্ৰমিকক আমি সন্মান-জনক স্থান দিবই লাগিব। কৃষকক মাটি দি লগতে উন্নত ধৰণৰ সকলো সা-সজুলি ব্যৱহাৰ কৰাৰ সুবিধা দি আমি কৃষক বিদ্ৰোহ আৰু অশান্তি দূৰ কৰাৰ লগতে বুদ্ধিমান যুৱকসকলক কৃষিৰ প্ৰতি আকৰ্ষণ কৰিবই লাগিব। লগতে উদ্যোগৰ প্ৰাণ স্বৰূপ শ্ৰমিকক উদ্যোগৰ প্ৰধান শক্তি বুলি অনুভৱ কৰি উন্নত ধৰণৰ জীৱন নিৰ্বাহৰ সকলো ধৰণৰ ব্যৱস্থা কৰি দি শ্ৰমিক সকলৰ ক্ষোভ আৰু দুখ নিবাৰণৰ লগতে



বুদ্ধিমান যুৱক সকলক উদ্যোগৰ প্ৰতিও আকৰ্ষণ কৰিব পাৰিব লাগিব। যেতিয়ালৈকে দেশত দৈহিক শ্ৰমক সবাতোকৈ উচ্চস্থান দিয়াৰ প্ৰবৃত্তি স্বাভাৱিক ধৰণে গঢ়ি নুঠিব, তেতিয়ালৈকে ভাৰতীয় জাতিটো হৈ থাকিব অস্থি চৰ্মসাৰ নিষ্প্ৰাণ আৰু তেতিয়ালৈকে 'জয়জোৱান, জয়কিষাণ' প্ৰভৃতি শুনিবলৈ ভাল ভাল ধ্বনি হৈ থাকিব সম্পূৰ্ণ নিৰৰ্থক।

———

## আমাৰ খাদ্য আৰু বৈদেশিক মুদ্ৰা সংকট

আজিও ভাৰতে বিদেশৰপৰা খাদ্য সামগ্ৰী আৰু অন্যান্য ভালেমান কৃষি আৰু শিল্পজাত বস্তু আমদানী কৰে। কিন্তু আমদানীৰ তুলনাত ৰপ্তানিৰ পৰিমাণ বহু কম। তাৰ ফলত বছৰে বছৰে বৈদেশিক ঋণ বাঢ়িয়ে আছে। এই বৈদেশিক ঋণৰ কাৰণে এহাতে ভাৰতে বিদেশী ৰাষ্ট্ৰবিলাকৰ কিছুমান ৰাজনৈতিক চৰ্ত মানিবলগাত পৰিছে আৰু ঋণৰ সুত দিব লগা হোৱাত প্ৰতিগৰাকী ভাৰতীয়ই বহুতো বেচি কৰ দিব লগাত পৰিছে। ইয়ে আমাৰ ৰাষ্ট্ৰীয় মৰ্য্যাদা হ্ৰাস কৰিছে, আৰু ব্যক্তি জীৱনো বিপন্ন কৰি তুলিছে।

বিদেশী ঋণৰ কাৰণে ভাৰত চৰকাৰ আজিও বিদেশৰ দুৱাৰে দুৱাৰে ভিক্ষাপাত্ৰ লৈ ঘূৰি ফুৰিছে। ৰাজনৈতিক চৰ্ত পূৰণ নোহোৱা কাৰণে বিদেশী ৰাষ্ট্ৰসমূহ মুক্তহস্তে ঋণ দিবলৈ আগবাঢ়ি অহা নাই। যাৰ ফলত ভাৰতৰ চতুৰ্থ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ আকাৰ আয়তন হ্ৰাস কৰিব লগাত পৰিছে আৰু আৰম্ভৰ কালো হহকাই-পিচুৱাই নি থাকিব লগাত পৰিছে। পৰিকল্পিত ধৰণে ভাৰত আগবঢ়াত যথেষ্ট ব্যাঘাত ঘটিছে।

যোৱা কেইবছৰ জুৰি ভাৰতে খাদ্যসামগ্ৰী আমদানী কৰোঁতে প্ৰধানভাবে বৈদেশিক ঋণৰ অংক বঢ়াইছে। সাময়িক ভাবে ই অপৰিহাৰ্য্যও। তেনেকৈ অপৰিহাৰ্য্য উদ্যোগৰ কাৰণে যন্ত্ৰপাতি, আৰু আৱশ্যকীয় দৰব-পাতি আমদানী কৰা। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে জাতীয় জীৱনৰ এনে বিপন্ন অৱস্থাতো আমাৰ দেশে অসংখ্য বিলাসৰ সামগ্ৰীও আমদানী কৰে আৰু এই সামগ্ৰীবোৰে বৈদেশিক ঋণৰ অংক বঢ়ায়।



১৯০৫ চনৰ স্বদেশী আন্দোলনৰ পিছৰে পৰা দেশ স্বাধীন হোৱা-লৈকে ভাৰতত বিদেশীবস্তু বৰ্জনৰ আন্দোলন চলিছিল। সেইকালৰ সৰহভাগ ভাৰতীয়ই কঠোৰভাবে ত্যাগ স্বীকাৰ কৰিবলৈ সংকল্প লৈছিল। অশেষ ক্লেশ ভুগী হলেও নিজৰ আৱশ্যকীয় অন্ন-বস্ত্ৰ প্ৰস্তুত কৰি স্বাবলম্বী হবলৈ অহোপুৰুষাৰ্থ কৰিছিল। এই ত্যাগ আৰু সংযমে ভাৰতক স্বাধীনতা মহাধন লাভৰ কাৰণে সাজু কৰি তুলিছিল।

আজিও আমি দেশক বৈদেশিক ঋণৰপৰা মুক্ত কৰিবলৈ হলে সকলো ক্ষেত্ৰতে স্বাৱলম্বী হবলৈ অহোপুৰুষাৰ্থ কৰিব লাগিব। আমাৰ দেশৰ শিক্ষিতসকলৰ মাজত শিপাই যোৱা 'শ্ৰমকৰা লাজৰ কথা' এই সৰ্বনাশী ভাৱ বৰ্জন কৰি বিলাসিতাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি স্বাৱলম্বী হবলৈ সংকল্প গ্ৰহণ কৰিলে সম্ভৱতঃ কৃষি-শিল্প উভয়ৰে প্ৰভুত উন্নতি হব।

সম্মান বা স্বীকৃতি নিবিচাৰে এনে লোক কম। সম্মান লাভৰ কাৰণে অলংঘ্য গিৰিশৃংগত আৰোহণ কৰিবলৈও মানুহ আগবাঢ়ে। তেনেকৈ মানুহে ভয় কৰে লাজক, মানুহে অপমান বা লাজতকৈ মৃত্যু শ্ৰেয় বুলি বিবেচনা কৰে। লাজ নিবাৰণৰ কাৰণে ভয়াবহ জলজন্তুলৈ ভ্ৰূক্ষেপ নকৰি মুক্তা বিচাৰি সাগৰত বুৰ মাৰিবলৈও প্ৰস্তুত।

সম্মানজনক স্বীকৃতিৰ অভাৱেই হৈছে আমাৰ দেশৰ অৱনতিৰ মূল কাৰণ, ইয়াৰ কাৰণে দেশে বিৰাট আৰু অপমানজনক বৈদেশিক ঋণৰ বোজা কঢ়িয়াই কঢ়িয়াই কোঙা হব ধৰিছে। আমি স্বাৱলম্বী হবলৈ হলে প্ৰধানকৈ কৃষি আৰু উদ্যোগত স্বাৱলম্বী হব লাগিব। আমাৰ দেশত কৃষক আৰু শ্ৰমিকসকলে সম্মানজনক স্বীকৃতি নোপোৱা হেতুকে নিষ্ঠাৰে কৃষি আৰু উদ্যোগত কাম কৰিবলৈ কোনো প্ৰেৰণা নাপায়। এই কাৰণে কৃষি আৰু উদ্যোগৰ উৎপাদন আন আন দেশতকৈ যথেষ্ট কম।

তদুপৰি কৃষিৰ ক্ষেত্ৰত উপযুক্ত সা-সঁজুলিৰ প্ৰয়োগো নাই। পুৰনি-কলীয়া কাঠৰ লাঙলখন আৰু বুঢ়া গৰুহাল আজিও আমাৰ কৃষিৰ

প্ৰধান অৱলম্বন। ৰাসায়নিক সাৰ প্ৰয়োগৰ ক্ষমতা আমাৰ সৰহভাগ কৃষকৰেই নাই, বৈদ্যুতিক নাঙল আদি ব্যৱহাৰ কৰাৰ কথা যেন ভাবিবৰে হোৱা নাই। ফলত কৃষিৰ উৎপাদনত আমি যথেষ্ট ধৰণে পিচপৰি আছোঁ।

সংহতি আৰু সংগঠনৰ ফলত উদ্যোগৰ শ্ৰমিকসকলে চৰকাৰ বা মালিকৰ পৰা বহুতো দাবী পূৰণ কৰাৰ সুচল পাইছে। কিন্তু কৃষকৰ তেনে সুসংহতিপূৰ্ণ শক্তিশালী সংগঠন নথকা কাৰণে তেওঁলোকে দাবীও প্ৰতিষ্ঠা কৰিব পৰা নাই, সা-সুবিধাও আদায় কৰিব জনা নাই। সংগঠনৰ বলত দুৰ্নীতি পৰায়ণ মিলমালিক বা মজুতদাৰ সকলক দাবী মানিবলৈ আমাৰ চৰকাৰ বাধ্য হোৱা দেখা গৈছে, অথচ সংগঠনৰ অভাৱত কৃষক সকল অৱহেলিত হৈছে।

চৰকাৰে যথাৰ্থ কৃষকৰ ৰক্ষণাবেক্ষণৰ কাৰণে কোনো ব্যৱস্থাই এতিয়ালৈকে কৰা নাই বুলিব পাৰি। দুখীয়া কৃষকসকলে কৃষিৰ উৎপাদন তেনেই কম দামতে মজুতদাৰ, চোৰাংকাৰবাৰী সকলৰ হাতত বেচিবলৈ বাধ্য হয়। 'মাৰ্কেটিং চোচাইটি' বিলাকো সময়ে সময়ে কৃষকৰ মানত অত্যাচাৰী দানব যেন হৈ পৰে। এতিয়া খাদ্য নিগমেও কৃষকসকলৰ উদ্‌গতিৰ প্ৰতি লক্ষ্য কৰিছে বুলিব নোৱাৰি। সকলো ব্যস্ত জোৰ-জুলুম কৰি হলেও কৃষকৰ ওচৰৰ পৰা খাদ্য শস্য সংগ্ৰহ কৰাত। কৃষকৰপৰা যি দামত চৰকাৰে ধান সংগ্ৰহ কৰে, সময়ত আৱশ্যক হলে কৃষকে তাতকৈ প্ৰায় দুগুণ দাম দিহে ধান কিনিব লগাত পৰে। অৱশ্যে কৃষি-শ্ৰমিকৰ হতুৱাই খেতিকৰোৱা মহাজন-কৃষক সকলৰ কথা সুকীয়া। তেওঁলোক আঢ্যৱন্ত কাৰণে চৰকাৰো সতকাই ওচৰ চাপিব নোৱাৰে, তেনে কৃষকো মজুতদাৰ, অধিক দাম নাপালে কৃষিশস্য তেওঁলোকে সততে মজুত কৰিহে ৰাখে। যিসকল নাঙলৰ পিছত লাগি থকা কৃষক সেই সকলৰ হে পদে পদে বিপদ আৰু আশংকা। নাঙলৰ মুঠিৰ কৃষকসকলৰ ভিতৰত সৰহ ভাগৰে জীৱনৰ নিৰাপত্তা নাই, মান-সম্মানৰ কথাতো ভাবিবই নোৱাৰে।



এনে পৰিবেশৰ ফলত কৃষকে আগ্ৰহেৰে কৃষি-কৰ্ম কৰাৰ প্ৰেৰণা নাপায়। ফলত দেশৰ উৎপাদন কমে। এনে অৱস্থাৰ পৰিণতি ঘটাবলৈ হলে,—

(১) সমাজ আৰু চৰকাৰে কৃষক আৰু শ্ৰমিকক সম্মানজনক স্বীকৃতি দিব লাগিব।

(২) মাটিহীন কৃষকক মাটি দিব লাগিব।

(৩) উন্নত ধৰণৰ বৈজ্ঞানিক সা-সঁজুলি, সঁচ আৰু সাৰ আদি সহজে ব্যৱহাৰ কৰিব পৰা কৰি দিব লাগিব। বৰ্তমান সময়ত আচল কৃষকে বৈজ্ঞানিক সা-সঁজুলিৰ ব্যৱহাৰ কৰিব পৰা নাই। যি সকলে কৃষি-শ্ৰমিক ৰাখি কৃষি কৰ্ম পৰিচালনা কৰে তেনে আঢ্যৱন্ত সকলেহে ব্যৱহাৰ কৰাৰ সুচল পাইছে। দৰিদ্ৰ কৃষকৰ দুখমোচনৰ বিশেষ কোনো ব্যৱস্থাই কৰা হোৱা নাই।

(৪) কৃষিজাত বস্তুৰ মূল্য অন্যান্য সামগ্ৰীৰ লগত সামঞ্জস্য থকা কৰিব লাগে, যাতে কৃষিজাত শস্য বেচি কৃষক সকলে সহজে অন্যান্য সামগ্ৰী কিনি স্বচ্ছন্দে জীৱন নিৰ্বাহ কৰাৰ সুযোগ পায়।

(৫) কৃষিজাত সামগ্ৰীৰ পৰা হোৱা লাভ কৃষক সকলেহে পোৱাৰ ব্যৱস্থা কৰিব লাগে। মিলমালিক বা মজুতদাৰে যাতে কোনো পথেৰেও কৃষকসকলক শোষণ কৰিব নোৱাৰে তাৰ প্ৰতি বিশেষভাবে চকুদি আইন প্ৰণয়ন কৰিব লাগিব।

যেতিয়া আমি কৃষকৰ সমস্যা সমাধান কৰিব পাৰিম, কম প্ৰয়াসতে অধিক শস্য আনন্দেৰে উৎপাদন কৰিব পৰা ব্যৱস্থা কৰি দিব পাৰিম আৰু সৰ্বতোপৰি কৃষকে সমাজত মৰ্য্যাদাপূৰ্ণ স্বীকৃতি লাভ কৰিব, তেতিয়া দেশৰ অসংখ্য যুৱক আনন্দেৰে কৃষিৰ মাজলৈ আগবাঢ়িব। আৰু তেনে সময় আৰু পৰিবেশৰ সৃষ্টি কৰিব পাৰিলেহে দেশৰ মঙ্গল হব অৱশ্যম্ভাৱী। আমাৰ দৈনন্দিন ব্যৱহাৰৰ কাৰণে আৱশ্যকীয় আৰু দেশৰ ভিন ভিন উদ্যোগৰ কাৰণে আৱশ্যকীয়, এই সকলো কৃষিজাত শস্য আদি যদি আমাৰ দেশতে উৎপাদন কৰি লব পাৰোঁ,

তেতিয়া দেশৰ মান-মৰ্য্যাদা বাঢ়িব, লগে লগে বৈদেশিক মুদ্ৰা সংকটো দূৰ হব।

আমি খাদ্য শস্য আৰু অন্যান্য ক্ষেত্ৰত স্বাৱলম্বী হব নোৱাৰিলে, বিদেশৰ পৰা আমদানী কৰি থাকিব লাগিলে শলঠেকত পৰিবই লাগিব, কাৰণ—

(১) বিদেশৰ পৰা অনা বস্তুৰ কাৰণে মূল্য দিবই লাগিব তদুপৰি সাগৰেৰে জাহাজ ভাড়া কৰি আনিবলৈও বহুতো বৈদেশিক মুদ্ৰা খৰচ কৰিব লাগে।

(২) ৰাজনৈতিক কাৰণত যিকোনো সময়তে আমাৰ বন্ধুৰাজ্য বোৰে খাদ্যশস্যৰ যোগান বন্ধ কৰি দিব পাৰে।

(৩) সময়ত সাগৰেদি বস্তু আমদানী কৰাতো বিদেশী ৰাষ্ট্ৰৰ পৰা প্ৰতিবন্ধকতাৰ সৃষ্টি হব পাৰে। কাৰণ ভাৰতৰ বৈদেশিক নীতি শান্তিপূৰ্ণ সহঅৱস্থানৰ নীতি হোৱা সত্বেও অলপতে চীন আৰু পাকিস্থানৰ লগত যুদ্ধত লিপ্ত হবলৈ বাধ্য হৈছিল। ভৱিষ্যতেও লিপ্ত হবলৈ বাধ্য হব পাৰে। তেতিয়া বিদেশী শত্ৰু ৰাজ্যই সাগৰেদি অনা খাদ্যবস্তু বা অন্যান্য সামগ্ৰীৰ জাহাজ বিনা প্ৰয়াসে ধ্বংস কৰি পেলাব পাৰে।

সেয়ে যুদ্ধকালীন জৰুৰী অৱস্থাৰ দৰে সকলো সময়তে আমি দেশক স্বাৱলম্বী কৰিবলৈ অহোপুৰুষাৰ্থ কৰিব লাগে।

আগৰ দিনত আমাৰ দেশ সকলো ক্ষেত্ৰতে স্বাৱলম্বী আছিল। আনকি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ বৰটোপ আদিও আমাৰ গাঁৱলীয়া কমাৰসকলে তেওঁলোকৰ কমাৰ শালতে তৈয়াৰ কৰি দিছিল। অথচ আজি সেই সেই ব্যৱসায়ত লাগি থকা লোকসকলে সমাজত মৰ্য্যাদাপূৰ্ণ স্বীকৃতি নোপোৱা হেতুকে এই ব্যৱসায়বোৰ লোপ পোৱাৰ পথত। ইয়াৰ কাৰণে আমাৰ পৰমুখাপেক্ষী জীৱনদৃষ্টিও কম জগৰীয়া নহয়। কাৰণ বজাৰত বস্তু কিনোতে আমি সততে বিদেশী ( বিলাতী ) বস্তুহে বিচাৰোঁ। যাৰ ফলত দেশীয় উৎপাদন সমূহৰ চাহিদা কমি যোৱা



কাৰণে স্বাচ্ছন্দে জীৱন নিৰ্বাহ কৰিব নোৱাৰি তেনেবোৰ ব্যৱসায় পৰিহাৰ কৰিবলৈ দেশীয়লোক বাধ্য হৈছে।

এনেবোৰ কাৰণতো আমাৰ আমদানী বাণিজ্য বাঢ়িছে আৰু ৰপ্তানী বাণিজ্য টুটিছে। যাৰ ফলত বৈদেশিক ঋণ আৰু মুদ্ৰা সংকটো বৃদ্ধি পাই আছে। ৰপ্তানী বঢ়োৱাৰ আশাৰে চৰকাৰে ৰপ্তানীকাৰী ব্যৱসায়ী সকলক ভালেমান শুল্ক ৰেহাই দিছে। অথচ ই দেশৰ উৎপাদনত সহায় কৰিব পৰা নাই, কাৰণ ৰপ্তানী কৰে প্ৰবীণ পুঁজিপতি সকলেহে। উৎপাদন কৰে শ্ৰমিকে। শ্ৰমিকৰ উন্নতি নহলে উৎপাদন বঢ়া অসম্ভৱ আৰু দেশৰো যথাৰ্থ উন্নতি কামনা কেৱল অৰণ্যৰোদন হে।

বৈদেশিক মুদ্ৰা সংকট আঁতৰাবলৈ হলে পোনতে আমি দেশক সকলো বিষয়তে স্বাৱলম্বী কৰিব লাগিব আৰু স্বাৱলম্বী হবলৈ হলে আমি কেইটামান অপৰিহাৰ্য্য কথালৈ বিশেষভাবে মনোযোগ দিব লাগিব। যেনে,—

(১) **বিলাসিতা** :—আমাৰ দেশ দৰিদ্ৰ সত্বেও, দৰিদ্ৰতাৰ কাৰণে দেশৰ মান-মৰ্য্যাদা বিলোপ হবলৈ উপক্ৰম হোৱা সত্বেও এক বিৰাট সংখ্যক ভাৰতীয়ই বিলাসিতা ত্যাগ কৰা নাই, বৰং বঢ়াইছে। বুৰঞ্জীৰ পৰা আমি জানোঁ যে বিলাসিতাৰ কাৰণেই মোগলৰাজ্য আৰু আহোম ৰাজ্যও ধ্বংস হৈছিল। আজি আমিও বিলাসিতাৰ কাৰণেই ধ্বংসৰ মুখত পতিত। স্বাভাৱিক ধৰণে অসম্ভৱ হলেও আমি আইনৰ সহায়ত বিলাসিতা বৰ্জন কৰিবলৈ বাধ্য কৰিব লাগিব। তেতিয়া ভাৰত বৈদেশিক মুদ্ৰা সংকটৰ পৰা বহু পৰিমাণে ৰক্ষা পাব।

(২) **দেশৰ শিক্ষা পদ্ধতি** :—আমাৰ দেশৰ বৰ্তমান শিক্ষাৰীতি সাম্ৰাজ্যবাদী বিদেশী ইংৰাজে প্ৰবৰ্তন কৰা। এই শিক্ষাৰ লক্ষ্য আছিল বৃটিছ সাম্ৰাজ্য অটুট ৰখাত সহায় কৰা। এই শিক্ষাই ভাৰতীয় সকলক পৰনিৰ্ভৰশীল কৰি ৰাখিব বিচাৰিছিল, যাতে বৃটিছে ভাৰতত বিনা দ্বিধাই সাম্ৰাজ্য চলাই শোষণকাৰ্য্য অটুট ৰাখিব পাৰে। কিন্তু আমাৰ দুৰ্ভাগ্য যে দেশ স্বাধীন হোৱাৰ পিছতো সাম্ৰাজ্যবাদী বৃটিছৰ শিক্ষা

নীতিৰ আমোল পৰিবৰ্তন নহ'ল। শিক্ষা-নীতিৰ পৰিবৰ্তনৰ নামত আমি কেৱল জধেমধে ধন ভগন কৰিছোঁ, দৰিদ্ৰ জাতিটোক বেচি দৰিদ্ৰ কৰি তুলিছোঁ। আজি আমাক এনে শিক্ষা লাগে যিয়ে আমাৰ প্ৰতি গৰাকী নাগৰিককে প্ৰকৃত স্বাৱলম্বী কৰি তুলিব পাৰে।

চোভিয়েট ইউনিয়ন আৰু আমেৰিকাৰ দৰে উন্নত দেশৰ কৃষক আৰু শ্ৰমিকসকল উচ্চশিক্ষিত, তেওঁলোকৰ মাজৰ বহুতো শ্ৰমিক বৈজ্ঞানিকো। তেওঁলোকে ছাত্ৰ অৱস্থাৰে পৰা স্বাৱলম্বী জীৱন নিৰ্বাহৰ কাৰণে দৃঢ়তা দেখুৱায়। তাৰ কৃষি-স্নাতকে আমাৰ দেশৰ দৰে চাকৰি বিচাৰি হাবাথুৰি নাখায়, তেওঁলোকে নিজে বৈজ্ঞানিক ধৰণে কৃষি কৰ্ম কৰি অধিক শস্য উৎপাদন কৰাতহে আত্মনিয়োগ কৰে। প্ৰযুক্তিবিদ্যাৰ স্নাতকেও উদ্যোগত বনুৱাৰ কাম কৰিবলৈ সেইবোৰ দেশত লাজ নকৰে। ফলতঃ সেইবোৰ দেশত কৃষি-উদ্যোগ সকলোতে আশাতীত ধৰণে উৎপাদন বাঢ়ে, নিবনুৱা সমস্যা কি তাক অনুভৱ নকৰে। কিন্তু আমাৰ শিক্ষিতসকল শ্ৰমবিমুখ হোৱা হেতুকে নিবনুৱা সমস্যাই দেশক জুৰুলা কৰি তুলিছে। আনহাতে কৃষি-উদ্যোগ অশিক্ষিতসকলৰ হাতত অৰ্পণ কৰা হেতুকে সকলো ক্ষেত্ৰতে পৰিকল্পনা কৰাতকৈ উৎপাদন বহুত কম হয়। যাৰ কাৰণে আমি বিদেশৰ আশ্ৰয় লবলৈ বাধ্য হওঁ। আমাৰ শিক্ষাই যদি আমাক স্বাৱলম্বী হোৱাৰ প্ৰেৰণা যোগাব পাৰে, তেনেহলে দেশ স্বাৱলম্বী হবলৈ বহুকাল নালাগিব, বৈদেশিক মুদ্ৰাসংকটো আঁতৰি যাব। অন্যথাই দেশৰ প্ৰগতি কামনা কেৱল পৰ্বতত কাছকণী বিচৰা মাত্ৰ।

(৩) **মুদ্ৰাৰ মূল্য হ্ৰাস আৰু খাদ্য-আন্দোলন**:—ৰপ্তানী বৃদ্ধিৰ আশাৰে ভাৰতচৰকাৰে আমাৰ মুদ্ৰাৰ মূল্য ৩৬·০৫ ভাগ হ্ৰাস কৰিছে। কিন্তু বিদেশী ৰাষ্ট্ৰবোৰৰ প্ৰায় ভাগেই মুদ্ৰাৰ মূল্য হ্ৰাস নকৰা কাৰণে আৰু আমি ৰপ্তানীতকৈ সৰহকৈ আমদানী কৰিব লগা হোৱা কাৰণে ইয়ে জাতিৰ অৰ্থ নৈতিক সংকট হ্ৰাসৰ সলনি বৃদ্ধিহে কৰিলে। কিন্তু যিহেতু মুদ্ৰাৰ মূল্য হ্ৰাস কৰাই হ'ল, এতিয়া আৰু অন্যথা কৰাৰ উপায় নাই।



একমাত্ৰ উপায় হ'ল দেশৰ খাদ্য শস্যকে ধৰি সকলো ক্ষেত্ৰতে উৎপাদন বঢ়োৱা। কেৱল আন্দোলন বা সমালোচনা কৰি ক্ষান্ত থাকিলেই দেশৰ উৎপাদন নাবাঢ়ে। আগতে কৈ অহাৰ দৰে আমি সময় আৰু সুবিধা সাপেক্ষে প্ৰতিগৰাকী নাগৰিক কঠোৰ শ্ৰম কৰিবলৈ দৃঢ় সংকল্প লব লাগিব, যাতে কৃষিশস্যকে আদি কৰি সকলো ক্ষেত্ৰতে স্বাৱলম্বী হোৱাৰ উপৰি ৰপ্তানী কৰিবলৈও সমৰ্থ হওঁ। চৰকাৰ, বিৰয়া আৰু পুঁজিপতি সকলক চোকা সমালোচনা কৰি তেওঁলোকক সংশোধন কৰিবই লাগিব। তদুপৰি প্ৰতিজনে উৎপাদন বৃদ্ধিত হাতে কামে লাগিব লাগিব।

তাৰ কাৰণে মহাত্মা গান্ধীয়ে কোৱাৰ দৰে—

(১) খেতিৰ মাটি নাথাকিলে গামলাত হ'লেও উৎপাদন বঢ়াব লাগিব।

(২) অতিবৃষ্টি, অনাবৃষ্টি আৰু বানপানীয়ে যাতে খেতি কৰাত কোনো ধৰণৰ ব্যাঘাত জন্মাব নোৱাৰে তাৰ কাৰণে যথাযথ ভাবে বৈজ্ঞানিক উপায় গ্ৰহণ কৰিব লাগিব।

(৩) জাপানৰ খেতিয়কৰ দৰে একেডোখৰ মাটিতে কেইবাটাও খেতি কৰি, আৱশ্যক অনুসৰি বৈজ্ঞানিক পদ্ধতিৰ আশ্ৰয়লৈ, কৃষিৰ উৎপাদন বৃদ্ধি কৰিব লাগিব।

(৪) দেশত পতিত মাটি পৰি থাকিব নালাগিব। পতিত মাটি মাত্ৰতে যাতে খেতি কৰিব পৰা হয় তাৰ কাৰণে চৰকাৰে যথাযথ আৰু তাৎকালীক ব্যৱস্থা লব পৰা হব লাগিব।

(৫) শিক্ষিত আৰু বুধিয়ক লোকে খেতিৰ দায়িত্ব লবলৈ আগ্ৰহেৰে আগবাঢ়ি যাব লাগিব। ভোটা বুদ্ধিৰ অশিক্ষিত কৃষকে বৈজ্ঞানিক পদ্ধতিৰে খেতি কৰা অসম্ভৱ।

(৬) যথাৰ্থ কৃষকসকলে যাতে সকলোধৰণৰ সা-সুবিধা পায়, হ্ৰস্ব-ম্যাদী প্ৰশিক্ষণৰ দ্বাৰা শিক্ষিত কৰি তুলি অধিক শস্য উৎপাদনৰ কাৰণে সমৰ্থ কৰি তুলিব পাৰি, তাৰ কাৰণেও বিশেষ ধৰণে চকু দিব লাগিব।

(৭) কৃষিৰ পৰা উৎপন্ন বস্তুৰ লাভ সম্পূৰ্ণৰূপে কৃষক সকলে পোৱাৰ ব্যৱস্থা কৰিব লাগিব। মধ্যৱৰ্তী মজুতদাৰ, লাভখোৰ বিলোপ হব লাগিব, আনকি মাৰ্কেটিং চোচাইটিৰ দৰে অৰ্দ্ধচৰকাৰী অনুষ্ঠানো সংযত হব লাগিব। যথাৰ্থ কৃষকক ( অৰ্থাৎ নাঙলৰ মুঠিত লাগি থকা সকলে ) সকলো ধৰণৰ সা-সুবিধা দি, কৃষি ব্যৱসায় লাভ জনক আৰু লগতে সন্মানজনক কৰি তুলিব পাৰিলেহে, কৃষিৰ প্ৰতি শিক্ষিত বুধিয়ক যুৱক-যুৱতী আকৰ্ষিত হব আৰু তেতিয়াহে যথাৰ্থ প্ৰগতিও সম্ভৱপৰ হব।

এনেদৰে বিভিন্ন কাৰ্য্যকৰী উপায় বাস্তৱত ৰূপায়িত কৰিলে দেশ খাদ্য শস্যৰে স্বাৱলম্বী হবলৈ সৰহ কাল মুঠেও নালাগিব। বাগ্‌বিদ আৰু সমালোচকৰ ভূমিকা গ্ৰহণ কৰিলেই দেশৰ সমস্যা সমাধান নহব। আমি আমাৰ কৰ্মনিপুণতা আৰু তৎপৰতাৰ দ্বাৰাহে দেশক প্ৰগতিৰ পথত আগ বঢ়াই নিব পাৰিম। মুখেৰে মহলা মাৰি থাকিলে জাতিটোক কেৱল ভ্ৰষ্ট আৰু ভ্ৰান্ত কৰি তোলাহে হয়, সিয়ে কেৱল টানি নিয়ে ধ্বংসৰ মুখলৈ। জাতিক খাদ্য সংকট, বৈদেশিক মুদ্ৰা সংকটকে ধৰি অন্যান্য সকলো বোৰ সংকটৰ পৰা ৰক্ষা কৰাৰ একমাত্ৰ প্ৰধান উপায় হ'ল সকলো ক্ষেত্ৰত প্ৰতিগৰাকী নাগৰিক মহাত্মা গান্ধীয়ে কোৱাৰ দৰে 'স্বাধীন' বা 'স্বাৱলম্বী' হোৱা। স্বাৱলম্বন বা স্বাধীনতাই হ'ল আমাৰ ৰক্ষা কবচ, প্ৰগতিৰ প্ৰধান উপায়। অন্যথাই ভাৰতবৰ্ষ পৰিগণিত হব কাপুৰুষৰ দেশ ৰূপে, আমি প্ৰতি গৰাকী ভাৰতীয় প্ৰতীয়মান হ'ম অপদাৰ্থ আৰু অসমৰ্থ কাপুৰুষ ৰূপে।

---

## শিশুৰ চৰিত্ৰ গঠনত পিতৃ-মাতৃৰ দায়িত্ব

বিজ্ঞসকলত বাহিৰে আমি অধিক সংখ্যক লোকে ভাবোঁ যে কেঁচুৱা সকল অবোধ, সিহঁতে একো বুজি নাপায়। আমি ভাবোঁ যে অলপ ডাঙৰহে কথা বিনিময় কৰিব পৰা হলেহে সিহঁতৰ বোধশক্তি হয়। ইয়াকে ভাবি আমি কেঁচুৱা ল'ৰা-ছোৱালীৰ আগত অসংযত ভাবে কথা কওঁ, আচৰণ কৰোঁ, ৰং-ধেমালিত মত্ত হওঁ আৰু নানা কুকাৰ্য্য কৰোঁ বা কুকাৰ্য্যৰ কথা ব্যক্ত কৰোঁ। কান্দি-কাটি জেউৰ ধৰা কেঁচুৱাক শান্ত কৰিবলৈ আমি কাল্পনিক 'কাণখোৱা হাঁপা', 'সোঁপাধৰা' আদিৰ ভয় দেখাওঁ। অভিভাৱক সকলক অনুকৰণ কৰি ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালীবোৰেও অনুৰূপ কাৰ্য্যত যোগ দিয়ে। এনেদৰে আমাৰ শিশুৰ জীৱন আৰম্ভ হয় মিছা আৰু অসত্যৰ মাজেদি। অথচ এই শিশুবোৰক যেতিয়া শিক্ষানুষ্ঠানলৈ শিক্ষালাভ কৰি শিক্ষিত, বিনীত, ভদ্ৰ, জ্ঞানী, ধৈৰ্য্যশীল, সাহসী, সত্যবাদী আদি গুণৰ অধিকাৰী হবলৈ পঠাও আৰু সিহঁত সেই সেই গুণৰ অধিকাৰী হবলৈ অসমৰ্থ হয়, তেতিয়া আমি অভিভাবক সকলে সঙ্গদোষ আদিক দোষাৰোপ কৰি কৃতকৃত্য হওঁ। আমি এবাৰো ভাবি নাচাওঁ যে সিহঁতে আমাৰ অজানিতে আমাকেই অনুকৰণ কৰিছে।

**জন্মস্বত্ব আৰু পাৰিপাৰ্শ্বিকতা:** পণ্ডিতসকলৰ মতে শিশুৱে ভ্ৰূণৰূপে মাতৃ গৰ্ভত থিতাপি লোৱাৰে পৰা জন্ম আৰু জন্মৰপৰা মৃত্যুলৈ সমুখীন হোৱা বিভিন্ন সমস্যা, ঘাত-প্ৰতিঘাত আৰু অভিজ্ঞতাৰ সমষ্টিয়ে পাৰিপাৰ্শ্বিকতা। এই পাৰিপাৰ্শ্বিকতাই সৃষ্টি কৰে মানুহৰ চৰিত্ৰ।

মনোবৈজ্ঞানিক সকলে পাৰিপাৰ্শ্বিকতাক দুভাগে বিভক্ত কৰে। ভ্ৰূণৰূপে মাতৃগৰ্ভত স্থিতি পোৱাৰে পৰা জন্মলৈ এই ছোৱাক বোলে জন্মস্বত্ব আৰু জন্মৰপৰা মৃত্যুলৈ এই ছোৱাক পাৰিপাৰ্শ্বিকতা বোলে। মাতৃগৰ্ভত ভ্ৰূণস্থিতি হোৱা কালত পিতৃ-মাতৃ উভয়ৰ মানসিক অৱস্থাৰ প্ৰভাৱ আৰু মাতৃগৰ্ভত থকাকালত মাতৃৰ মানসিক অৱস্থাৰ প্ৰভাৱ শিশুৰ চৰিত্ৰত পৰে। ইয়াক আমি জন্মস্বত্ব বুলি কওঁ।

জন্মৰ পিছত পিতৃ-মাতৃ, পৰিয়ালবৰ্গ, ওচৰচুবুৰীয়া, বন্ধু-বান্ধৱ, দেশৰ ৰাজনৈতিক, সামাজিক আৰু শিক্ষানীতি আদিৰ প্ৰভাৱ শিশুমনত স্বাভাৱিকতে প্ৰতিফলিত হয়। পাৰিপাৰ্শ্বিকতা সুন্দৰ আৰু অনুকূল হলে জন্মগত দোষ কিছু মাৰ্জিত হোৱাৰ আশা থাকে। কিন্তু কোৱা হয় যে পাৰিপাৰ্শ্বিকতাই জন্মস্বত্বৰ প্ৰভাৱ সম্পূৰ্ণৰূপে কোনো পধ্যেও গুচাব নোৱাৰে। জন্মৰেপৰা কোনেও নিশিকালেও শিশুৰ মনত আদিমবাসনা সমূহ স্বাভাৱিক ধৰণে আপোনা-আপুনি জাগি উঠে। চৰাই পোৱালি এটাক জন্মৰেপৰা বেলেগ পৰিবেশত ৰাখি তুলিতালি ডাঙৰ দীঘল কৰিলেও সময়ত সি আকাশত উৰাবলৈ যেনেকৈ যত্ন কৰিবই, তেনেকৈ মানৱশিশুইও মানবীয় প্ৰবৃত্তি গ্ৰহণ কৰিবই। মেকুৰী বা বাঘৰ পোৱালিক চিকাৰ কৰিবলৈ নিশিকালেও সি সময়ত চিকাৰ কৰিবই। এইবোৰকে পণ্ডিতসকলে জন্মস্বত্ব বুলি কয়। আমাৰ ত্ৰিকালজ্ঞ ঋষি সকলেও ইয়াক স্বীকাৰ কৰি গৈছে।

ভাৰতীয় বিশ্বাস অনুসৰি অৰ্জুনপুত্ৰ অভিমন্যু কোঁৱৰে হেনো মাতৃ গৰ্ভতে শত্ৰুসৈন্যৰ ব্যূহ ভেদ কৰি ওলাই অহাৰ কৌশল শিকিছিল। কুৰুবংশৰ ৰজা ধৃতৰাষ্ট্ৰৰ মাতৃ অম্বিকাদেৱী গৰ্ভধাৰণৰ সময়ত ভয়াৰ্তহৈ চকু মুদা কাৰণেই হেনো ধৃতৰাষ্ট্ৰ জন্মান্ধ হৈছিল। তেনেকৈ অম্বালিকাদেৱী ভয়াৰ্তহৈ নিস্তেজ পাণ্ডুৰোগীৰ দৰে হোৱা কাৰণেই হেনো তেওঁৰ পুত্ৰ পাণ্ডু পাণ্ডুৰোগী হৈ উপজিছিল।

কোনো কোনো পণ্ডিতৰ মতে একে পিতৃ মাতৃৰ সকলো সন্তান পৰস্পৰ সকলো দোষ গুণৰ সমানে অধিকাৰী হয়। আন এজন



পণ্ডিতৰ মতে জন্মতে সকলো সমান। আৰু দুয়োদল পণ্ডিতেই একমত যে জন্মৰ পিছৰ ভিন ভিন পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱত মানুহৰ চৰিত্ৰ হয় ভিন ভিন।

এওঁলোক দুয়োটা দলৰে ধাৰণা ভ্ৰান্ত। উপৰুৱাকৈ চালে একে পিতৃ-মাতৃৰ সকলো সন্তানৰ আকাৰ আকৃতি, প্ৰকৃতি, স্বভাৱ চৰিত্ৰ একে যেন দেখিলেও বা সকলো বিষয়তে সাদৃশ্য থকা যেন লাগিলেও, সূক্ষ্ম ভাবে চালে প্ৰত্যেক জনৰ মাজত পাৰ্থক্য স্পষ্ট হৈ পৰে। কাৰণ প্ৰতিজন মানুহকে আমি যি গুণৰেই অধিকাৰী বুলি নকওঁকিয়ক, অৱস্থা আৰু পৰিস্থিতিভেদে মনৰ ভাব পৰিবৰ্তিত হৈ থকা স্বাভাৱিক। পণ্ডিত সকলে মানুহৰ এই গুণক তিনি ভাগে বিভক্ত কৰিছে,—(১) সত্ব, বা উত্তমগুণ, (২) ৰজ বা মধ্যম গুণ আৰু (৩) তম বা নীচগুণ। প্ৰত্যেকজন মানুহৰ মনত অৱস্থা ভেদে এই গুণত্ৰয় বিবৰ্তিত ভাবে বিৰাজ কৰি থাকে। মুহূৰ্তে মুহূৰ্তে মানুহৰ মনৰ ভাব পৰিবৰ্তিত হৈ থাকে। গতিকে পিতৃ-মাতৃ একে হলেও মনোভাৱ সকলো সময়তে একে হৈ থাকিব পাৰে বুলি আশা কৰা বৃথা। সন্তান সকল যিহেতু ভিন ভিন সময়ত ভ্ৰূণৰূপে মাতৃগৰ্ভত থিতাপি লয় আৰু সেই বিশেষ মুহূৰ্তৰ সম্মিলিত ভাবৰ দ্বাৰা প্ৰভাৱান্বিত হয়, গতিকে ভিন ভিন সন্তানৰ প্ৰকৃতি ভিন ভিন হোৱা স্বাভাৱিক। এই কাৰণে বিশ্বৰ বুকুৰ প্ৰতিজন মানুহৰ ৰূপ, গুণ আৰু চৰিত্ৰ বৈচিত্ৰ্যময় হৈ উঠিছে।

ৰাৱণ, কুম্ভকৰ্ণ আৰু বিভীষণৰ মাক আছিল ৰাক্ষসী নিকষা আৰু পিতৃ ঋষি বিশ্বশ্ৰৱা। তিনিও ভাই ককাই সম্ভৱতঃ একে পাৰিপাৰ্শ্বিকতাৰ মাজতেই ডাঙৰ দীঘলো হৈছিল। কিন্তু ৰাৱণ আৰু কুম্ভকৰ্ণৰ চৰিত্ৰ আসুৰিক আৰু বিভীষণৰ চৰিত্ৰ হল সাত্বিক। ইহঁতৰ চৰিত্ৰ ভিন ভিন প্ৰকৃতি সম্পন্ন হোৱাৰ কাৰণ বিশ্বশ্ৰৱা ঋষিয়ে নিকষাৰ ওচৰত এনেদৰে কৈছিল,—"তুমি অগ্নিত আহুতি দিয়া কালত পুত্ৰবৰ মাগা কাৰণে তোমাৰ প্ৰথম পুত্ৰদ্বয় ৰাৱণ আৰু কুম্ভকৰ্ণ

অগ্নিৰ দৰে তেজস্বী আৰু আসুৰিক স্বভাৱৰ হ'ল। শুদ্ধ শান্ত পৰিবেশৰ মাজত পুত্ৰৰ মাগা কাৰণে তৃতীয় পুত্ৰ বিভীষণ হ'ল ধাৰ্মিক, বিনীত, সত্যবাদী আৰু জিতেন্দ্ৰিয়।"

জন্মস্বত্বৰ প্ৰভাৱ যে পাৰিপাৰ্শ্বিকতাতকৈ অধিক শক্তিশালী আৰু পাৰিপাৰ্শ্বিকতা যে সাময়িক আৰু শুধৰণি সাপেক্ষ তাৰ দৃষ্টান্ত প্ৰহ্লাদ-চৰিত্ৰত আছে।

দৈত্যৰাজ হিৰণ্যকশিপুৰ পুত্ৰ প্ৰহ্লাদ আসুৰিক পাৰিপাৰ্শ্বিকতাৰ মাজত ডাঙৰ হৈ আসুৰিক স্বভাৱৰ হোৱাই আছিল স্বাভাৱিক; কিন্তু তেওঁ হ'ল পৱিত্ৰ বৈষ্ণৱ। তেওঁৰ স্বভাৱ দেখি শিক্ষাগুৰুকে আদি কৰি সকলো আচৰিত হ'ল। সহপাঠী দৈত্য শিশুসকলৰ সন্দেহযুক্ত প্ৰশ্নৰ উত্তৰত অলৌকিক শক্তিসম্পন্ন প্ৰহ্লাদকুমাৰে কেনেকৈ নাৰদমুনিয়ে দেৱৰাজ ইন্দ্ৰৰ কবলৰপৰা তেওঁৰ মাতৃক উদ্ধাৰ কৰি নি আশ্ৰমত ৰাখি পৰম জ্ঞান আৰু ধৰ্মৰ উপদেশ দিছিল তাৰ কথা বৰ্ণাই কৈছিল,—

"দয়ালু নাৰদ পিতৃ সমান।  
মাতৃক দিলন্ত পৰম জ্ঞান॥  
ভক্তিৰ লক্ষণ সব কহিল।  
গৰ্ভতে মোক উপদেশ দিল॥  
মাতৃ পাসৰিল লভিয়া স্বামী।  
ঋষিৰ প্ৰসাদে সুমৰো আমি॥

প্ৰহ্লাদৰ মাতৃক দয়ালু ঋষি নাৰদে ভক্তি, ধৰ্ম, জ্ঞান আদিৰ উপদেশ দিয়া সময়ত প্ৰহ্লাদৰ মাকে সেই সকলোবোৰ শ্ৰদ্ধাৰে শুনিছিল। সেই সময়ত প্ৰহ্লাদ আছিল মাতৃগৰ্ভত ভ্ৰূণ স্বৰূপে। সেয়ে মাতৃগৰ্ভৰ পৱিত্ৰ পৰিবেশৰ প্ৰভাৱ প্ৰহ্লাদৰ চৰিত্ৰত অতি গভীৰভাৱে পৰিলক্ষিত হয়। পাৰিপাৰ্শ্বিকতাই মাকক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছিল যদিও শৈশৱত আকৌ অসুৰৰ মাজলৈ যোৱাত তেওঁ আসুৰিক স্বভাৱ সম্পন্নাই হ'ল। প্ৰহ্লাদো অসুৰ সমাজৰ মাজত থাকি ডাঙৰ-দীঘল হৈছিল, তেওঁক শিকাইছিল অসুৰৰ কাৰণে উপযোগী



'বামানয়শাস্ত্ৰ'। কিন্তু জন্মতে লাভ কৰা পৰম জ্ঞান আৰু সাত্বিক গুণৰ প্ৰভাৱত তেওঁৰ পৱিত্ৰ চৰিত্ৰ ম্লান কৰিব নোৱাৰিলে।

আগৰ দিনত গৃহবাসী হোৱাৰ আগতে ডেকা-গাভৰুক গৃহস্থাশ্ৰম ধৰ্মৰ বিষয়ে শিক্ষা দিছিল। আজি ই বিলোপ হ'ল। আজি আমি নিৰ্জীৱ ছবি এখন তুলোৱাৰ কাৰণে সুন্দৰকৈ সাজি-কাঁচি কেমেৰাৰ আগত থিয় দিবলৈ নাপাহৰোঁ, কিন্তু যুগ্ম মিলনেৰে জীৱন্ত প্ৰতিমূৰ্ত্তি সন্তান গঢ়াৰ সময়ত অজ্ঞানতাবশতঃ অকণো সাৱধানতা অৱলম্বন নকৰোঁ। সন্তান আমাৰেই প্ৰতিকৃতি যে এইকথা সহবাসৰ সময়ত আমাৰ মনলৈ নাহে। ফলত আমাৰ বেয়া তেজৰপৰা সন্তানৰ গাত যাপ্য ৰোগে দেখা দিয়াৰ দৰে, অজ্ঞাতসাৰে আমাৰ অসৎ আৰু বিকৃত মনোবৃত্তিবো সিহঁত অধিকাৰী হৈ পৰে। জন্মৰ পিছত আমি বহুতে নিজৰ কপট, হিংসা, ঈৰ্ষা আদি অসৎ প্ৰবৃত্তিবোৰ সন্তানৰ আগত ঢাকি ৰাখি নিজক আদৰ্শৱানৰূপে প্ৰতীয়মান কৰিব বিচাৰোঁ, যাতে আমাৰ সৎ আদৰ্শই সিহঁতক প্ৰভাৱান্বিত কৰে তাৰ আশাত। কিন্তু টেঙা আমৰ বীজ ৰোপণ কৰি মিঠাফল আশা কৰা যেনে বৃথা, তেনেকৈ ভ্ৰূণক্ষেপণৰ সময়ত সতৰ্ক নহৈ পিছত সাধুতা দেখুৱাই সন্তানক সৎ আৰু সাধুৰূপে পাবলৈ আশা কৰাও তেনে বৃথা।

আৰ্য্য ঋষি-মুনিসকলে স্বামী-স্ত্ৰীৰ যুগল মিলনৰ সময়ত উভয়ৰে মন পৱিত্ৰভাৱৰদ্বাৰা অনুপ্ৰাণিত কৰি ৰাখিব লাগে বুলি উপদেশ দি গৈছে, লগতে গৰ্ভৱতী নাৰীক সততে লোভ, মোহ, ক্ৰোধ, অসূয়া, অশান্তি, কুৰূপ দৰ্শন আদিৰপৰা বিৰত ৰাখি শুদ্ধ-শান্ত, পৱিত্ৰ পৰিবেশৰ মাজত ৰাখিব লাগে বুলি পৰামৰ্শ আগ বঢ়াই গৈছে। অতীতৰ মহামুনি সকলৰ কথা আজি বৰ্তিছে গৈ পঞ্চামৃত বা সাধভক্ষণ আদিত হে। এইবোৰ যথেষ্ট তাৎপৰ্য্যপূৰ্ণ ৰীতি আছিল যদিও গভীৰ জ্ঞানৰ অভাৱত আজি তাৰ কদৰ্থটোহে ৰৈছে গৈ।

শিশু এখন সমাজত ভূমিষ্ঠ হয় আৰু লগে লগে জন্মস্বত্ব ৰূপে পোৱা 'জ্ঞানৰ কলি' পাৰিপাৰ্শ্বিকতাৰ মাজত বিকশিত হবলৈ আৰম্ভ কৰে।

পোনতে পিতৃ-মাতৃকে আদিকবি ঘৰখনৰ আচাৰ-ব্যৱহাৰ, ভাৱ-ভঙ্গী, কথা-বতৰা আদিৰপৰা ভাৱাৰ্থ গ্ৰহণ কৰি জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰে। ইয়ে শিশুৰ চৰিত্ৰ গঠনত প্ৰধানভাৱে অংশ গ্ৰহণ কৰে।

বিদ্যালয়লৈ যাবপৰা হোৱালৈকে শিশুই এটা নিৰ্দিষ্ট গঢ় লয় আৰু চৰিত্ৰ পৈণত হয়। এই কালছোৱাৰ ভিতৰত যদি শিশুচৰিত্ৰৰ ওপৰত বেঁকা প্ৰভাৱ পৰে, তেতিয়া সমগ্ৰ জীৱন জুৰি চেষ্টা কৰিলেও শিশুৰ মন সেই প্ৰভাৱৰপৰা মুক্ত কৰা টান হৈ পৰে। গৰ্ভস্থ আৰু জন্মৰ পিছৰ আদি শৈশৱকালত শিশুই সাধাৰণতে পিতৃ-মাতৃ আৰু অতি ঘনিষ্ঠ জনৰপৰা অভিজ্ঞতা লাভ কৰে, এই অভিজ্ঞতাই শিশু-চৰিত্ৰত মচিব নোৱাৰা সাঁচ বহুৱাই।

গতিকে ঘৰখনেই শিশুৰ আদি বা শ্ৰেষ্ঠ শিক্ষালয়। শিশুৰ প্ৰথম শিক্ষক মাক আৰু বাপেক। সেইকাৰণে পিতৃ-মাতৃক আদি গুৰু বুলি অভিহিত কৰা হয়। জন্মস্বত্ব আৰু আদি-শৈশৱৰ প্ৰভাৱত সমভাৱে গঠন হোৱা শিশু চৰিত্ৰত পিছৰ কালত অসৎ পাৰিপাৰ্শিকতাৰ প্ৰভাৱ পৰিলে সংশোধন কৰা হয় সহজসাধ্য, কিন্তু জন্মস্বত্ব আৰু আদি-শৈশৱত অসৎ ভাৱে চৰিত্ৰ গঠন হলে, পিছত সংশোধনকৰা হয় যথেষ্ট কষ্টসাধ্য। জন্মতে বিশুদ্ধ চৰিত্ৰৰ অধিকাৰী হোৱা শিশু পিছত অসৎ সঙ্গত পৰি অসৎ জীৱন যাপন কৰিবলৈ ললেও সতৰ উপদেশত দস্যু-ৰত্নাকৰ মহৰ্ষি বাল্মীকি হোৱাৰ দৰে, জন্মতে বিশুদ্ধ চৰিত্ৰৰ অধিকাৰী হোৱা শিশুইও সতৰ উপদেশত অসতৰ পৰা সৎপথলৈ গতি কৰে।

এঙাৰক গাখীৰেৰে ধুৱালেও সি বগা নহয়। তেনেকৈ জন্মতে অসৎ চৰিত্ৰ গ্ৰহণ কৰি জন্মলাভ কৰা শিশুকো পৱিত্ৰ পাৰিপাৰ্শ্বিকতাৰ মাজত ৰাখি পৰম জ্ঞানৰ উপদেশ দিলেও সি সৎ চৰিত্ৰবান হোৱা টান। সৎ পাৰিপাৰ্শ্বিকতাই এটা সজ আভৰণ আনি দিলেও তেনেলোকে ভিতৰি ভিতৰি অসৎ প্ৰবৃত্তিৰ তাড়নাৰ পৰা মুক্তি পাব নোৱাৰে। কুমাৰে মাটি-পানী মথি যেনেকৈ বোকা মাটি প্ৰস্তুত কৰি কুমাৰৰ চাকত দিয়ে, তেনেকৈ স্ত্ৰী-পুৰুষৰ মিলনত উদ্ভৱহোৱা



বীজ প্ৰকৃতিয়ে ভ্ৰূণৰূপে মাতৃগৰ্ভত প্ৰতিষ্ঠা কৰে। ঘূৰ্ণীয়মান কুমাৰৰ চাকত শিল্পী কুমাৰজনৰ মানসিক ভাৱধাৰাৰ দ্বাৰা সেই বোকামাটিৰ পৰা তেকেলি, কলহ, চৰু, ফুলদানী আৰু চিত্ৰ-বিচিত্ৰ পুতলা আদি গঢ়ি তোলাৰ দৰে পিতৃ-মাতৃৰ ঘূৰ্ণীয়মান মানসিক ভাৱধাৰা আৰু মাতৃগৰ্ভত থকা কালত মাতৃৰ মানসিক ভাৱধাৰাৰ দ্বাৰা গৰ্ভস্থ ভ্ৰূণৰ মানসিক ভাৱধাৰা গঢ়ি উঠে। অপৈণত কুমাৰে ভালমাটি নিৰ্বাচন কৰিব নোৱাৰাৰ ফলত নাইবা মাটি-পানী ভালকৈ মথি ভালদৰে বোকা প্ৰস্তুত কৰিব নোৱাৰাৰ ফলত কলহ তেকেলিবোৰ আঁভঁজা বা ভঙা-ফটা হয় আৰু হাতৰ চাফাই নহলে বেঁকা-বেঁকি বা টেমেকা-টেমেকি হোৱাৰ দৰে ৰুগ্ন, অসমৰ্থ, অনভিজ্ঞ বা অসৎ পিতৃ-মাতৃৰ পৰাও অল্পায়ু, ৰুগ্ন, মুৰ্খ আৰু অসৎ চৰিত্ৰৰ সন্তানৰ জন্ম হব পাৰে। সুনিপুণ কুমাৰে চাকত তৈয়াৰ কৰা তেকেলি, কলহ আৰু চৰু আদি অলপ বেঁকা-বেঁকি বা টেমেকা-টেমেকি হলেও কেঁচাতে টিপি-টাপি, ঘঁহি-পিহি পোনকৰাৰ আশা থকাৰ দৰে, সুবিজ্ঞ মনোবৈজ্ঞানিক সকলে প্ৰদৰ্শিত পন্থা অনুসৰি কেঁচুৱা অৱস্থাতে শিশুচৰিত্ৰ মাৰ্জিত কৰিবলৈ যত্ন ললে অসৎ চৰিত্ৰসম্পন্ন পিতৃ-মাতৃৰ সন্তানো বহু পৰিমাণে সংশোধিত হব পাৰে। পোৰা চৰু-কলহৰ ৰূপান্তৰ সাধন যেনেকৈ অসম্ভৱ হয়, পৈণত বয়সৰ শিশুৰ চৰিত্ৰৰ পৰিবৰ্তনো হয় তেনেকৈ অসম্ভৱ।

আমি অনুভৱ কৰিছোঁ যে দেশ স্বাধীন হোৱাৰ পিছৰেপৰা আমাৰ দেশৰ শিশু আৰু চেমনীয়াসকলৰ অনুশাসনহীনতা আৰু অপৰাধ প্ৰৱণতাৰ সংখ্যা বৃদ্ধি পাইছে। এখন কল্যাণকামী দেশৰ কাৰণে ই অতিশয় অশুভ লক্ষণ। ইয়ে চিন্তাশীল দেশপ্ৰেমিক সকলক উদ্বিগ্ন কৰি তুলিছে। এনে অৱস্থাৰ কাৰণে জগৰীয়া কৰোঁ যোৱা ২য় মহাসমৰ আৰু তাৰপৰা উদ্ভৱহোৱা পৰিস্থিতিক।

ক'লা বা চোৰাংবজাৰৰ কথা ২য় মহাসমৰৰ পৰাহে ভাৰতীয় জনসাধাৰণে জনা হ'ল। জনবহুল আৰু উদ্যোগ ব্যৱসায় বহুল নগৰত

চোৰাংবজাৰ উদ্ভৱহৈ শেষত ই গাওঁৰ জনসাধাৰণৰ মাজতো শিপালে গৈ। আজি চোৰাংবজাৰে সমগ্ৰ দেশকে বিষাক্ত কৰি তুলিছে। দেশ স্বাধীন হোৱাৰ পিছত পৰিবেশৰ সংস্কাৰ নোহোৱা হেতুকে চোৰাংবেপাৰ আৰু দুৰ্নতিয়ে বিৰাট দায়িত্বপূৰ্ণ মন্ত্ৰী আৰু বিষয়াৰপৰা সৰ্বসাধাৰণ নাগৰিকলৈ ই সকলোৰে মাজত বিয়পি পৰি আমাৰ জাতীয় জীৱন ক্লেদাক্ত কৰি তুলিছে।

বৰ্ত্তমান দুৰ্নীতি মেঘৰ ছাঁ পৰি আমাৰ দেশখন জেলুকীয়া কৰি তুলিছে। চেঁচুকীয়া ঠাইৰ কলগছত জেলুকীয়া কেঁচুই বাহ লোৱাৰ দৰে, আজি আমাৰ সৰহভাগৰ মনত দুৰ্নতিয়ে বাহ লৈছে। চেঁচুকীয়া ঠাইৰ কলগছৰ পুলিও যেনেকৈ জেলুকীয়া কেঁচুৰ বাহ হয়, তেনেকৈ আমাৰ দুৰ্নীতি পৰায়ণ লোকসকলৰ সতি-সন্ততিও দুৰ্নতিপৰায়ণ নহৈ নোৱাৰে। আমাৰ দেশৰ শিশু আৰু চেমনীয়া সকলৰ অনুশাসনহীনতা আৰু অপৰাধ প্ৰৱণতা বৃদ্ধিৰ আন কিছুমান কাৰণ থাকিলেও, প্ৰধানতঃ আমি দুৰ্নতিপৰায়ণ পিতৃ-মাতৃ সকলেই ইয়াৰ কাৰণে দায়ী।

এই কথা অতি গভীৰ ভাবে উপলব্ধি কৰি বিশুদ্ধ পথ গ্ৰহণৰ যথাযথ উপায় গ্ৰহণ নকৰিলে, এসময়ৰ মহান ভাৰতীয় জাতিৰ অৱস্থা কেনে শোচনীয় হব পাৰে, তাৰ কথা অনুভৱ কৰাৰ দিনো লাহে লাহে উকলিব ধৰিছে।

———

## অস্পৃশ্যতা আৰু শুদ্ধাচাৰ

অসাৰভাগ শৌচ, প্ৰস্ৰাৱ, শেগুন, খেকাৰ, ঘাঁম আদিৰ ৰূপত শৰীৰৰ ৰন্ধ্ৰবিলাকেদি অনবৰত ওলাই গৈ থকা আমি দেখিয়ে আছোঁ। কেতিয়াবা কেতিয়াবা মানসিক উত্তেজনাৰ কাৰণে সাৰ ভাগো শৰীৰৰপৰা নিৰ্গত হয়। তেজ দূষিত হলে ঘাঁ-ফোহোৰা আদি হৈ তেজ-পূজ ৰূপেও কিছু পদাৰ্থ শৰীৰৰ পৰা ওলাই যায়। এই দূষিত পদাৰ্থবোৰ যদি কিবা প্ৰকাৰে শৰীৰৰ কোনো অংগত লাগি থাকে বা আমাৰ পানী আহাৰৰ লগত মিহলি হৈ আকৌ শৰীৰত সোমাই, তেনেহলে আমাৰ শৰীৰত আকৌ নানা ৰোগে দেখা দিয়ে। ৰোগীক চুৱা-গজা কৰিলে বা ৰোগীৰ শৰীৰৰপৰা ওলোৱা অপৱিত্ৰ বস্তুবোৰ আন কিবা বস্তুৰ লগত মিহলি হৈ অন্য নিৰোগী মানুহৰ শৰীৰত প্ৰৱেশ কৰিলেও ৰোগে দেখা দিয়াৰ সম্ভাৱনা থাকে।

মানৱ জাতিক নিৰোগী আৰু সুস্থ-সবলকৈ ৰখাৰ কাৰণেই কোনো এসময়ত প্ৰবৰ্ত্তন কৰা হৈছিল অস্পৃশ্যতা আৰু শুদ্ধাচাৰ নীতিৰ। অস্পৃশ্যতা আৰু শুদ্ধাচাৰৰ মূল কথা পৱিত্ৰতা আৰু পৰিস্কাৰ-পৰিচ্ছন্নতা। শুদ্ধ আচাৰ নিয়মেৰে শৰীৰ সুস্থ কৰি ৰাখিবলৈ নীতি-নিয়মৰ প্ৰৱৰ্তন কৰাৰ দৰে মানসিক সুস্থতাৰ কাৰণে সংচিন্তা, উপাসনা, প্ৰভৃতিৰ আৱশ্যকতাৰ কথা কোৱা হৈছে। আচলতে যি নিয়মেৰে চলিলে শৰীৰ আৰু মন উভয়ে সুস্থ, সবল আৰু পৱিত্ৰ হৈ থাকে, সিয়েই শুদ্ধাচাৰ।

আদিতে মানুহৰ মাজত কৰ্ম আৰু জাতিৰ বিভাগ নাছিল বুলি জনা যায়। কিন্তু সময়ত সমাজ আৰু কৰ্মৰ পৰিসৰ বৃদ্ধিৰ লগে লগে কৰ্ম অনুসৰি মানুহৰ মাজত শ্ৰেণীৰ বিভাগ হ'ল। এই বিভাগেই

পিছত জাতিভেদত পৰিণত হ'ল। শ্ৰেণী বিভাগৰ সময়ত প্ৰবৰ্তক ঋষিসকলৰ মনত যিমানেই লাগে উদাৰ ভাৱ নাথাকক কিয়, সময়ত ইয়াত সংকীৰ্ণতাই বাঁহ ললে। সমাজৰ বলী আৰু শক্তিশালীসকলে দুৰ্বল আৰু নিহকিনৰ ওপৰত অত্যাচাৰ কৰিবলৈ সুযোগ নেৰিলে, দুৰ্বল আৰু নিহকিনক ক্ৰমে ক্ৰমে অস্পৃশ্য কৰিলে গৈ। সবলৰ দুৰ্বলৰ ওপৰত হোৱা অত্যাচাৰ আৰু নিপীড়নে দুৰ্বলসকলক ক্ৰমে ক্ৰমে দুৰ্বল কৰি তুলিলে। সমাজ-জীৱনত এওঁলোকৰ স্থান তুচ্চৰ পৰা তুচ্চলৈ পৰিবৰ্তন হব ধৰিলে। কালৰ কৰাল লাগি এই দুৰ্বল সকল হৈ পৰিল অস্পৃশ্য। মহামানৱ মহাত্মা গান্ধীয়েও কৈছে,—"পৃথিবীৰ সকলো মহৎ ধৰ্মই সত্যৰ বাণী প্ৰচাৰ কৰে। কিন্তু কালক্ৰমত সকলো ধৰ্মতে লোকাচাৰ সোমাই পৰিছে।"

চাওঁতে চাওঁতে অস্পৃশ্যতা মহা ব্যাধি ৰূপে দেখা দিলে। এ-সময়ত যি ভাৰতবৰ্ষই জ্ঞান-গৰিমাৰে সমগ্ৰ বিশ্বক পোহৰৰ পথৰ সন্ধান দি পৰম গৌৰৱান্বিত হব পাৰিছিল, আজি সংকীৰ্ণতাৰ পূতি গন্ধই আমাৰ মন ঢাকি ৰখা কাৰণে, আৰু জ্ঞানৰ আলোকে চিত্ত আলোকিত কৰিব নোৱাৰাই ভাৰত নামি গৈছে অধঃপতনৰ অতল তলিলৈ। আজিৰ ভাৰতবৰ্ষই পোহৰ বিচাৰি হাবাথুৰি খাব লগাত পৰিছে।

সঁচাকথা, সকলো মানুহেই কেতিয়াবা কোনো সময়ত অশুচি বা অপৱিত্ৰ অৱস্থাত থাকিব পাৰে। অশুদ্ধ বা অপৱিত্ৰ অৱস্থাত থকা মানুহ আনে চুৱাৰ অযোগ্য হৈও থাকিব পাৰে। কিন্তু পিছত পৰিস্কাৰ পৰিচ্ছন্ন হলে, সেইলোক আকৌ শুচি বা পৱিত্ৰ হয়। লেতেৰা-পেতেৰা হৈ থকা অৱস্থাই অশুচি বা অপৱিত্ৰ। এনে লোকহে আচলতে অস্পৃশ্য। কাৰণ এনে অশুচি বা অপৱিত্ৰ লোকক চুৱা-গজা কৰিলে বা তেনে লোকে খোৱা বস্তু আদি পৰিবেশন কৰিলে আনৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি হব পাৰে, আৰু শেষত ইয়ে ৰোগৰ কাৰণো হব পাৰে। যি কোনো জাত বা বৰ্ণৰেই নহওঁক লাগে, অপৱিত্ৰ বা অশুদ্ধ হৈ থকা লোক সদায় অস্পৃশ্য, আৰু শুদ্ধাচাৰী লোক মাত্ৰেই পৱিত্ৰ,



চুৱা-গজা কৰাৰ যোগ্য। মূৰৰ ওপৰেদি পানী ঢলাকে গা ধোৱা নকয়, যদিহে গাৰ মলি দূৰ নহয়। তেনেকৈ শৌচাচাৰৰ নামত হাতত মাটি ঘঁহিলেই শুদ্ধ হোৱা নাযায়, যদিহে হাতৰ মলি আৰু দুৰ্গন্ধ আঁতৰ নহয়।

প্ৰকৃত অপৱিত্ৰ আৰু অস্পৃশ্য কোন বা কি তাক গভীৰভাৱে অনুভৱ নকৰি কেৱল তথাকথিত নীচকুলত জন্ম লভা কাৰণেই মানুহক অস্পৃশ্য বুলি হেয় প্ৰতিপন্ন কৰা এটা বিৰাট অন্যায়, ই কোনো পধ্যেও মানৱীয় কাৰ্য্য হব নোৱাৰে। এনে পৰম্পৰাগত অস্পৃশ্য ব্যাধি আঁতৰাবলৈ মহাত্মা গান্ধীয়ে আমৰণ সংগ্ৰাম চলালে, আনকি বহুবাৰ সত্যাগ্ৰহ আৰু অনশনো কৰিলে। অস্পৃশ্যতা ব্যাধিয়ে হিন্দু ধৰ্মক খুলি খুলি খালে। মহাত্মাৰ ভাবাত অস্পৃশ্যতা দূৰ কৰিব নোৱাৰিলে হিন্দুজাতি আৰু ধৰ্মও জীয়াই থাকিব নোৱাৰে।

হিন্দু সমাজত দেখা দিয়া অস্পৃশ্যতা ব্যাধি আতঁৰাবলৈ সময়ে সময়ে আবিৰ্ভাৱ হোৱা মহাপুৰুষ সকলে অহোপুৰুষাৰ্থ কৰি আহিছে। আমাৰ মহাপুৰুষ শঙ্কৰদেৱে গাৰো, মিকিৰ, ভোট, নগা, আবৰ, আনকি অহিন্দু মুছলমানকো তেওঁৰ শিষ্যত্ব দিছিল আৰু তেওঁলোকক আতৈ (আত্মা) বুলি সম্বোধন কৰি মহত্বপূৰ্ণ মানৱীয় স্বীকৃতি দিছিল। কিন্তু মনকৰিবলগীয়া কথা এয়ে যে তেওঁ শিষ্যত্ব অৰ্থাৎ শৰণ দিয়াৰ আগতে প্ৰত্যেক জনকে শুদ্ধাচাৰী কৰি লৈছিল। জনগণক শুদ্ধাচাৰী কৰাৰ আশাৰে চাৰিওফালে সত্ৰ-সচং সমূহ গঢ়ি তুলিছিল। মহাত্মা-গান্ধীৰ 'অস্পৃশ্যতা বৰ্জন' আন্দোলনো বহু পৰিমাণে কৃতকাৰ্য্য হৈছিল। কিন্তু অস্পৃশ্যতাৰ মূলকথা অনুভৱ কৰিব নোৱাৰাহেতুকে আজি বহুতে শুদ্ধাচাৰো বৰ্জন কৰা দেখা গৈছে।

আমি দেখিছোঁ যে আমাৰ দেশৰ দোকান-পোহাৰ, হোটেল আদিত খাদ্য বস্তু যেনে তেনে প্ৰকাৰে প্ৰস্তুত কৰে, সাধাৰণ স্বাস্থ্য-নীতিও বহুতে ৰক্ষা নকৰে। এনে বস্তু প্ৰায়েই খোৱাৰ অযোগ্য। অথচ অস্পৃশ্যতা বৰ্জনৰ নামত তেনে খাদ্য বস্তু খাই আমি ব্যক্তি আৰু

জাতীয় স্বাস্থ্য ধ্বংস কৰিছোঁ মাত্ৰ। আনকি অস্পৃশ্যতা বৰ্জন আৰু বন্ধু-বান্ধৱ বা কোনো বিশিষ্ট সমাজৰ আনন্দৰ নামত আমি অখাদ্য বা নিষিদ্ধ খাদ্য গ্ৰহণ কৰিবলৈও কুণ্ঠাবোধ নকৰাত পৰিছোঁ। নেফালৈ গলে মদ নাখালে তাৰ অধিবাসীসকলে বেয়া পাব বুলি আশংকা কৰি আমাৰ বিশিষ্ট সকলকে ধৰি সকলোৱে মদ খোৱা এটা ৰীতিত পৰিণত হৈছে। কিন্তু আমি এই সকলে এবাৰো ভাবি নাচাও যে বাহ্যিকতাই বন্ধুত্ব ৰক্ষা নকৰে বা বন্ধুত্বৰ বান্ধ কটকটীয়াও নকৰে। যথাৰ্থ মৰম-চেনেহেহে বন্ধুত্বৰ বান্ধ নিকপকপীয়া কৰিব পাৰে। উদাহৰণ স্বৰূপে মহাত্মা গান্ধীৰ কথালৈয়ে আঙুলিয়াব পাৰি। তেওঁ সদায় নিজৰ ধৰণে চলিছিল, অথচ বিশ্বৰ সকলো মানুহ আছিল তেওঁৰ প্ৰাণৰ বান্ধ।

গান্ধীজীয়ে অস্পৃশ্যতা বৰ্জন আৰু শুদ্ধাচাৰ দুয়োটাতে সমানে গুৰুত্ব আৰোপ কৰিছিল। অস্পৃশ্যতা বৰ্জন আন্দোলন কৰাৰ লগে লগে দক্ষিণ আফ্ৰিকাত 'ফিনিক্স' আশ্ৰমপাতি তেওঁ আশ্ৰমবাসীক স্বাৱলম্বন আৰু শুদ্ধাচাৰৰ শিক্ষা দিছিল। ভাৰতলৈ আহিও সৱৰমতী, আৰ্দ্ধা আদিত আশ্ৰম পাতি শুদ্ধাচাৰ আৰু স্বাবলম্বনৰ শিক্ষা দি সেই সকলক সমগ্ৰ ভাৰততে অস্পৃশ্যতা বৰ্জন আন্দোলনত নিয়োগ কৰিছিল। গান্ধীজীৰ আশ্ৰমত উচ্চ-নীচ, ভেদা-ভেদ ভাৱ সমূলি নাছিল। তেওঁ স্বৰূপকৈ অনুভৱ কৰিছিল যে যিহেতু পৰমেশ্বৰৰ চকুত ভেদভাৱ নাই, মানুহৰ মাজতো থাকিব নোৱাৰে। নিহকুলীয়া হাৰীবিলাকক তেঁৱেই পৱিত্ৰ হৰিজনলৈ ৰূপান্তৰিত কৰি যথাৰ্থ মানুহ হবলৈ অনুপ্ৰাণিত কৰিলে। তেওঁৰ আশ্ৰমত শিক্ষা লৈ যোৱা হৰিজন ছাত্ৰ-ছাত্ৰী সকলক তেওঁ আশীৰ্বাদ দি কৈছিল,—"তোমালোক ইয়াৰ পৰা গৈ ইয়াত অভ্যাস কৰা শুদ্ধ জীৱন নিজৰ জীৱনত প্ৰতিফলিত কৰিব লাগিব। তোমালোকে যিমান পৱিত্ৰ আৰু পৰিস্কাৰ জীৱন যাপন কৰা আৰু নিজ সম্প্ৰদায়ক সেৱা কৰা, সেই অনুপাতেহে অস্পৃশ্যতা নিৰ্মূল কৰাত অৱদান যোগাব পাৰিবা।"



ৰুচ মনীষী টলষ্টয়ে ধনী আৰু দুখীয়াৰ মাজৰ শ্ৰেণী বৈষম্য দূৰ কৰিবলৈ গৈ কৈছিল যে সকলো মানুহ গা ধোৱাৰ পৰা বিৰত থকা উচিত। কাৰণ তেওঁ দেখিছিল যে ৰুচিয়াৰ ধনী সম্প্ৰদায়ে দিনটোত কেইবাৰাৰো গা-ধোৱে আৰু সুগন্ধি দ্ৰব্যেৰে শৰীৰ বিভূষিত কৰে। অথচ দৰিদ্ৰ জনসাধাৰণৰ মাজৰ বহুতে এবাৰো গা ধুবলৈ আজৰি নাপাই, তেওঁলোক লেটেৰা পেটেৰা হৈ থাকে। সেই দেখি ধনী আৰু দৰিদ্ৰৰ মাজত কোনো প্ৰকাৰৰ মধুৰ সম্পৰ্ক নাথাকিছিল, ধনীয়ে লেতেৰা দৰিদ্ৰ সকলক ঘিণাইছিল, যেনেকে ঘিণাও আজি আমি। টলষ্টয়ে সংখ্যা লঘিষ্ঠ ধনীসকলক সংখ্যা গৰিষ্ঠ দৰিদ্ৰসকলৰ ৰীতি নীতিলৈ নামি আহিবলৈ আহ্বান কৰাৰ তাৎপৰ্য্য এয়ে যে তেওঁ যথাৰ্থতে সকলোকে বিশুদ্ধ কৰিবহে বিচাৰিছিল।

ঋষি টলষ্টয়ক গান্ধীজীয়ে গুৰুৰূপে সন্মান কৰিছিল যদিও টলষ্টয়ৰ এই কথা তেওঁ আখৰে আখৰে পালন কৰা নাছিল। তেওঁ পৱিত্ৰতাৰ ওপৰত বিশেষ গুৰত্ব দিছিল। সেয়ে তেওঁ নিজে পায়খানা চাফৰ দৰে আনৰ ঘৃণ্য আৰু তুচ্ছ কামো আগ্ৰহেৰে কৰিবলৈ আগবাঢ়ি গৈছিল আৰু আনকো তেনে কৰিবলৈ আহ্বান জনাইছিল। পৱিত্ৰতা বা শুদ্ধাচাৰক তেওঁ ঈশ্বৰপ্ৰাপ্তিৰ প্ৰথম ঢাপ বুলি বিবেচনা কৰিছিল। অৱশ্যে বিনোবাজীৰ দৰে গান্ধীজীয়েও বাহ্যিক পৱিত্ৰতাতকৈ অন্তৰৰ পৱিত্ৰতাৰ ওপৰত হে বেচি গুৰত্ব দিছিল, যিটো কথা ঋষি টলষ্টয়েও কৈছিল।

আমাৰ বহুতে ভাবে যে যিহেতু য়ুৰোপীয় সকলে য'তে তেতে যাৰে তাৰে তৈয়াৰী খাদ্য খাই আৰু আমাৰ সন্ত-মহন্ত সকলে নীতি-নিয়মেৰে নিজে তৈয়াৰী খাদ্য খাই, গতিকে আমাৰ সন্ত-মহন্ত সকলহে আচল পৱিত্ৰ আৰু শুদ্ধাচাৰী।

এইটো বিশেষ বিবেচনাৰ বিষয়। য়ুৰোপীয় সকলে য'তে ত'তে যাৰে তাৰে দ্বাৰা তৈয়াৰী খাদ্য খাই সঁচা, কিন্তু এই খাদ্য পৱিত্ৰ ভাবে তৈয়াৰ কৰা হয় আৰু সংৰক্ষণো কৰে বিশেষ ধৰণে।

খাদ্য বস্তু হাতেৰে নুচুৱে, হাতেৰে নাখাইও। সততে কাটা-চামুচ ব্যৱহাৰ কৰে। খোৱা বস্তু অপৱিত্ৰ বা অশুদ্ধ হোৱাৰ কোনো সম্ভাৱনা নাথাকে। কিন্তু আমাৰ সমাজত খোৱা বস্তু প্ৰস্তুত কৰোঁতে বিশেষ সাৱধান হোৱা দেখা নাযায়, পৰিবেশনো কৰে বহুতে হাতেৰে ( আনকি লেতেৰা হাতেৰেও )। গাত সাত কলহ পানী ঢালিলেই মানুহ শুদ্ধ নহয়, দেহ আৰু মনৰ মলি দূৰ হলেহে মানুহ যথাৰ্থ পৱিত্ৰ হব পাৰে। তদুপৰি মানুহৰ দেহত নানা ৰকমৰ সোঁচৰা ৰোগ থকাৰ সম্ভাৱনা। এনে ক্ষেত্ৰত হাতেৰে বস্তু পৰিবেশন কৰা বা অনেক সময়ত হাতেৰে খোৱাও নিষিদ্ধহে। গতিকে য়ুৰোপীয় সকল আমাতকৈ অপৱিত্ৰ অশুদ্ধ বুলি বিবেচনা কৰা দোষৰ কথা।

প্ৰাচীন কালৰ ঋষি-মুনি সকল আছিল যথাৰ্থ শুদ্ধাচাৰী, তেওঁলোকৰ অস্পৃশ্যতাও আছিল বিশেষ তাৎপৰ্য্যপূৰ্ণ। আজি আমি সকলোতে সৃষ্টি কৰিছোঁ কেৱল ব্যভিচাৰৰ। ইয়ে আমাৰ জাতীয় চৰিত্ৰ আৰু স্বাস্থ্য ধ্বংস কৰিছে। পাশ্চাত্য দেশৰ মানুহে শুদ্ধাচাৰ আৰু অস্পৃশ্যতা যথাৰ্থ ভাবে পালন কৰা হেতুকে তেওঁলোকৰ চৰিত্ৰ আৰু স্বাস্থ্য ক্ৰমে ক্ৰমে উন্নততৰ হব ধৰা কাৰণে তেওঁ-লোকৰ জাতীয় জীৱনো ক্ৰমে স্পন্দনপূৰ্ণ হব ধৰিছে। আমি ভাৰতীয় সকলেও হয় ঋষি-মুনিৰ দিনৰ বা মহাত্মা গান্ধীৰ শুদ্ধাচাৰী নীতি মানি চলিব লাগিব, নহয় পাশ্চাত্যৰ ৰীতি-নীতিকে মানিব লাগিব। নহলে আমাৰ জাতীয় চৰিত্ৰৰ বিকাশ অসম্ভৱ। দেহ আৰু মনৰ সামঞ্জস্যপূৰ্ণ বিকাশৰ কাৰণে শুদ্ধাচাৰ আৰু অস্পৃশ্যতা পালন কৰা অপৰিহাৰ্য্য বিধান। কিন্তু ই গোড়ামি মুক্ত বৈজ্ঞানিক ৰীতি হব হে লাগিব।

## গানৰ লাক

বিচাৰকৰ ৰায় শুনি নৰেশ্বৰ চৌধুৰীৰ মূৰত বজ্ৰপৰাৰ দৰে হ'ল, কেউদিশে আন্ধাৰ আন্ধাৰ দেখিলে, সমাজৰ ওপৰত ক্ষন্তেকৰ কাৰণে হলেও আস্থা হেৰুৱালে। জীৱনৰ এই চৰম বিপৰ্য্যয়ৰ মুহূৰ্ত্তত মনত পৰিল দেউতাকৰ অযাচিত উপদেশ বোৰলৈ ঃ

"বোপা, মোৰ জীৱন্ত কালতে তই সংসাৰখন চিনি লোৱা উচিত। সৰু সৰু মানুহবিলাকৰ লগত মিলিজুলি থাকিব লাগে ; তেওঁলোকৰ সুখ-দুখ, হাঁহি-কান্দোন, আশা-আকাঙ্ক্ষা, দয়া-সহিষ্ণুতাৰ অনুশীলন হব লাগে। মানুহ যেনেকৈ মানুহৰ শ্ৰেষ্ঠ বন্ধু, মানুহ তেনেকৈ মানুহৰ শত্ৰুও। বহুতো মানুহ মকৰ কুম্ভীৰৰ সদৃশ। চৈতন্যহীন হৈ আনৰ চকুৰে বাট বুলিলে এওঁলোকৰ গ্ৰাসত পৰাৰ আশংকা থাকে। সদায় আয় চাইহে ব্যয় কৰিব লাগে। নিজৰ উপাৰ্জনৰ মোটা চাউল আৰু কাপোৰক লৈ তুষ্ট থাকিব লাগে। আনৰ তৈয়াৰী বা উপাৰ্জনৰ বস্তু অপৱিত্ৰ বুলি জ্ঞান কৰিব লাগে। তোষামোদকাৰীয়ে স্বাৰ্থ সিদ্ধিৰ কাৰণে কৰিব নোৱাৰা একো নাই। মূৰৰ ঘাম মাটিত পেলাই জীৱিকা অৰ্জন কৰাৰ জীৱন হে সাৰ্থক ; বিলাসী আৰু পৰনিৰ্ভৰশীলৰ জীৱন অসাৰ্থক।"

কিন্তু বাপেক কৃষ্ণ নাৰায়ণ চৌধুৰী আছিল কমশিক্ষাৰ মানুহ। তেওঁ পথাৰলৈ গৈ খেতিৰ কামতো লাগিছিল, গৰু-গাইৰো যত্ন লৈছিল। বিশ্ববিদ্যালয়ৰ শিক্ষাপ্ৰাপ্ত নৰেশ্বৰ চৌধুৰীয়ে বাপেকৰ এনে স্বভাৱৰ কাৰণে লাজ পাইছিল। ন-বাৰী নগৰতে নিস্পিখেৰাজ মাটি চাৰিশ বিঘা, তদুপৰি আছে খাট তিনিখন। গৰু-গাই, ধন-ধানেৰে ঘৰ পৰিপূৰ্ণ। তেনে অৱস্থাত, বাপেকে শাৰীৰিক শ্ৰম কৰাৰ কোনো

কাৰণেই নৰেশ্বৰে বিচাৰি নাপায়। শিক্ষিত যুৱক নৰেশ্বৰে ভাবে যে বাপেকে পৰিয়ালৰ মৰ্য্যাদা লোপ কৰিছে। নৰেশ্বৰ চৌধুৰীয়ে বাপেকক বেয়া পোৱাৰ অন্যতম প্ৰধান কাৰণ ইও আছিল যে বাপেক বিদ্যমানে তেওঁক আনকি তলতীয়া বুঢ়া ৰায়তহঁতেও গ্ৰাহ্যই নকৰিছিল, কোনো কোনোৱে বাপেকে প্ৰশ্ৰয় দিয়া হেতুকে উপদেশবাণী শুনাবলৈও সাহস কৰিছিল।

কিন্তু আজি যেতিয়া লৰা-তিৰোতাক লৈ থিয় দিবলৈ, নিজৰ বুলিবলৈ এটুকুৰা ঠাঁয়ো নোহোৱা হ'ল, তেতিয়াহে মৰ্মে মৰ্মে অনুভৱ কৰিছে বাপেকৰ কথা, কৃতকৰ্মৰ কাৰণে হৈছে অনুতপ্ত।

দেউতাকৰ আকস্মিক মৃত্যুত নৰেশ্বৰ শোকাভিভূত হৈছিল সঁচা, কিন্তু ভৱিষ্যতে নিৰ্বিঘ্নে আগৰেপৰা মনত পুহিৰখা ভদ্ৰজীৱন যাপন কৰাৰ কল্পনা বাস্তৱত ৰূপায়িত কৰাৰ সুচল মিলা কাৰণে আশ্বস্তও হ'ল। নিচেই কম দিনৰ ভিতৰতে বন্ধু-বান্ধৱেৰে তেওঁৰ চ'ৰাঘৰ ভৰি থকা হ'ল। দেউতাকৰ দিনৰ বৰচ'ৰা বৈঠকখানালৈ ৰূপান্তৰিত হ'ল। তাচ-পাশা আদিয়ে অবাধ প্ৰৱেশ লাভ কৰিলে। বন্ধু-বান্ধৱৰ পৰিচৰ্য্যাৰ কাৰণে মানুহ নিযুক্ত কৰিলে। গছৰ নাৰিকলৰ লাৰু, খেতিৰ কোমল চাউল, চিৰা, বাথানৰ এঠা দৈ প্ৰভৃতি আতিথ্য সৎকাৰৰ পুৰণিকলীয়া ভোগ্য-বস্তুক বহিৰাগত লুচি, পুৰি, নিম্‌কি, চুজি, চাহ, পকা মিঠৈ আদিয়ে পৰাস্ত কৰি খেদি দিলে। চাকৰ-বাকৰৰ ওপৰত গাৰ্হস্থ্য জীৱনৰ দায়িত্ব সম্পূৰ্ণৰূপে অৰ্পণ কৰি নৰেশ্বৰে আৰম্ভ কৰিলে এনে ধৰণৰ ভদ্ৰলোকালি। বন্ধু-বান্ধৱৰ প্ৰশংসাত তাৰ নাম শতমুখ হৈ পৰিল। নৰেশ্বৰে জীৱন সাৰ্থক হোৱা বুলি অনুভৱ কৰিলে, আনন্দত বুকু ফুলি উঠিল। চাকৰ-বাকৰ আৰু তলতীয়া ৰায়তৰ আনুগত্য স্বীকৃতিয়ে যেন নৰেশ্বৰৰ জীৱন সফল হে কৰি তুলিলে!

ৰামবল্লভ খেমকা ৰাজস্থানৰপৰা অহা এগৰাকী ব্যৱসায়ী। তেওঁ কুশনাৰায়ণ চৌধুৰীৰপৰা মাটি এডৰা খাজনালৈ বন্দোবস্ত কৰি ন-বাৰী হাটখোলাৰ কাষতে দোকান পাতি থাকিল। তেওঁৰ দোকান ঘৰটো



দুপুলীয়া। এপুলিত তেওঁ নিজে গেলামালৰ দোকান দিয়ে আৰু আনটো পুলিত ঘৈণীয়েক জানকী দেৱীয়ে গমৰ লাৰু, হালুৱা আদি কৰি মিঠাইৰ দোকান দিয়ে। ন-বাৰী চহৰত তেতিয়া দোকান-পোহাৰ নিচেই কম সংখ্যক থকা কাৰণে খেমকা পৰিয়ালৰ দোকান নিচেই কম দিনৰ ভিতৰতে জনাজাত হৈ পৰিল। জানকী দেৱীৰ 'গমৰ লাৰু'ই জাতি-বৰ্ণ নিৰ্বিশেষে সকলোকে আকৰ্ষণ কৰিব ধৰিলে।

তিথি-পৰ্ব উপলক্ষে জমিদাৰ কুশনাৰায়ণ চৌধুৰীক খেমকা পৰিয়ালে নিমন্ত্ৰণ জনাবলৈ পাহৰা নাছিল, আনকি জমিদাৰৰ ঘৰলৈকেও 'গমৰ-লাৰু' ৰ থাল পঠিয়াইছিল। বুঢ়া কুশনাৰায়ণ চৌধুৰীয়ে কেৱল নিমন্ত্ৰণ ৰক্ষা কৰিছিল, তামোলত বাহিৰে আন একোকে মুখত নিদিছিল। ঘৰলৈ পঠিওৱা লাৰুও তেওঁ মুখত নিদিছিল; চাকৰ-বাকৰ আৰু ল'ৰা-ছোৱালীহঁতক কিন্তু খাবলৈ দিছিল।

এতিয়া ডেকা নৰেশ্বৰ চৌধুৰীয়েও নিমন্ত্ৰণ পাব ধৰিলে। এবাৰ ৰাম-নৱমীৰ দিনা খেমকা পৰিয়ালৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ বুলি ভুলু গাওঁ বুঢ়াৰে সৈতে আহি নৰেশ্বৰ চৌধুৰী তেওঁলোকৰ দোকানত উপস্থিত হ'ল। ভুলু গাওঁবুঢ়া মণিপুৰ গাওঁৰ এজন বিচক্ষণ প্ৰত্যুৎপন্নমতি সম্পন্ন লোক। নৰেশ্বৰে গাওঁবুঢ়াক তেওঁৰ সহচৰ কৰি লৈছে।

খেমকা পৰিয়ালে দুয়োকো দেখামাত্ৰে আতৌপুতৌকৈ আদৰি নি বহুৱালে। হাত ধুবলৈ পানী দি ৰাজপুতনাৰপৰা অনা পেষ্টা, বাদাম আদি ফল আৰু 'গমৰ লাৰু' আদি মিঠাই দুয়োৰো আগত দুখন থালত পৰিবেশন কৰি অতি বিনীত ভাবে গ্ৰহণ কৰিবলৈ অনুৰোধ জনালে।

বাপেকৰ দিনত ঘৰলৈ পঠিওৱা লাৰু খাই খাই নৰেশ্বৰৰ গমৰ লাৰুৰ প্ৰতি আকৃষ্টতা বাঢ়ি গৈছিল। এতিয়া আগত পৰিবেশন কৰাৰ লগে লগে জিভাৰ পানী পৰিবলৈ উপক্ৰম হৈছিল যদিও, ভদ্ৰতাৰ মুখাৰে তাক ঢাকি ৰাখি কওঁ নকওঁকৈ কলে,—

"এইবোৰৰ আৱশ্যক নাই নহয়! এই মাত্ৰ ঘৰত খাই বৈ আহিছোঁ। আমাক তামোল একোখন দিলেই হ'ব! আজিৰ এই

পৱিত্ৰ উৎসৱৰ দিনত আপোনালোকক মাত লগাই যাম বুলিহে আহিছোঁ।"

চৌধুৰীৰ কথাত ৰামবল্লভে বিনীতভাৱে কৰযোৰে কব ধৰিলে,—"দেউতা, এতিয়া আপুনিয়ে আমাৰ মালিক। বুঢ়া কৰ্তা আছিল বেলেগ যুগৰ মানুহ। আপুনি উচ্চ শিক্ষিত ভদ্ৰলোক। আপুনি যদি আমাক ঘিণাই, তেনেহলে আমাৰ নো ব্যৱসায় কেলেই? চাওঁক দেউতা, বামুণ সজ্জনেও আজিকালি আমাৰ দোকানৰ পৰাই মিঠাই নি কাজে-কৰ্মে অতিথি শুশ্ৰূষা কৰে। আমি সদায় সকলো বস্তু পৰিষ্কাৰ-পৰিচ্ছন্নকৈয়ে তৈয়াৰ কৰোঁ। দয়াকৰি দেউতাই অলপমান গ্ৰহণ কৰিলে হে আমি ধন্য হ'ম।"

ভুলু গাওঁবুঢ়াই আগৰপৰাই 'গমৰ লাৰু'ৰ সোৱাদ পাই আছিল। খেমকাৰ কথাত যোগ দি গাওঁ বুঢ়াইও কবলৈ ধৰিলে—

"বাপা দেউতা, 'গমৰ লাৰু' ত কোনো দোষ নাই। বুঢ়া জমিদাৰ আছিল পুৰণি চামৰ মানুহ। আপুনি তেওঁলোকৰ কু-প্ৰথাবোৰ এৰি দিয়া উচিত হ'ব। তাতে আকৌ সাদৰি দিলে নেওচিব নাপাই বুলিও কথা এষাৰ আছে। গতিকে যিপাৰে গ্ৰহণ কৰক।"

গাওঁবুঢ়াৰ কথাই ফল দিলে। নৰেশ্বৰ চৌধুৰীয়ে ফল আৰু 'গমৰ লাৰু' আদি উদৰ পূৰাই খাই গাওঁবুঢ়াৰ সৈতে বিদায় ললে।

নৰেশ্বৰ চৌধুৰীৰ ওপৰত ভুলু গাঁওবুঢ়াৰ প্ৰভাৱৰ কথা ৰামবল্লভে লক্ষ্য নকৰাকৈ নাথাকিল। তেওঁৰ ধাৰণা হ'ল যে ভুলু গাওঁবুঢ়াক হাত কৰিব পাৰিলে সম্ভৱতঃ উদ্দেশ্য সফল হ'ব।

যেনে ইচ্ছা তেনে কাম। খেমকা পৰিয়ালে নৰেশ্বৰ চৌধুৰী আৰু ভুলু গাওঁবুঢ়াক ঘনাই ঘনাই নিমন্ত্ৰণ দিয়া কৰিলে। দুয়োৰো লগত ঘনিষ্ঠতা বাঢ়িল। নিৰ্ভয়ে মনৰ কথা ভাঙিব-পাতিব পৰা হ'ল। তেনে অৱস্থাতে এদিন ৰামবল্লভে দোকানৰ মাটি খিনিৰ কথা কলে। প্ৰথমতে মাটি বেচিবলৈ ইচ্ছা নাছিল যদিও ভুলু গাওঁবুঢ়াৰ বুজনিত নামমাত্ৰ দাম লৈ খেমকাক দোকানৰ মাটি খিনি



বেচি দিলে। ইয়াৰ কাৰণে গাওঁবুঢ়াক পুৰস্কাৰ দিলে আৰু আগতকৈও বেচিকৈ খাটিৰ কৰিব ধৰিলে।

আগৰ জমিদাৰ আৰু ৰায়তৰ সম্পৰ্কৰ সলনি এতিয়া দোকানী আৰু গ্ৰাহকৰ সম্পৰ্ক হ'ল যদিও খেমকা পৰিয়ালে নৰেশ্বৰ চৌধুৰীৰ লগত বন্ধুত্ব নেৰিলে। বজাৰলৈ অহা দেখিলেই নৰেশ্বৰক আতৌপুতৌ কৈ মাতি নি বহুৱাই 'গমৰ লাৰু' এতিয়াও খুৱাই আৰু ঘৰলৈও দি পঠাবলৈ যত্ন কৰিব ধৰিলে। নৰেশ্বৰে প্ৰথমে বাধা দিয়াত জানকী দেৱীয়ে মৰম লগাকৈ হাঁহি হাঁহি কয়,—"চৌধুৰী বাবু, আপুনি ইমান ডাঙৰ জমিদাৰ, অথচ ঘৰত খুৱাই সেই পুৰণিকলীয়া লাৰু পিঠা?"

নৰেশ্বৰৰ ঘৰলোকালি ভঙা যোৱাৰ আশংকাত এসেৰ লাৰু ঘৰলৈ পঠিয়াব কলে। কিন্তু জানকীয়ে জোৰকৈ পঠালে পাঁচ সেৰ। দাম বাকী হিচাবত লেখি থলে। কালগ্ৰহই এনেকৈয়ে দেখা দিলে। 'গমৰ লাৰু'ৰ আকৰ্ষণ বাঢ়ি গ'ল। পাঁচ সেৰ পাঁচ সেৰকৈ বহু পাঁচ সেৰ লাৰু উঠনাকৈ নৰেশ্বৰৰ ঘৰলৈ গ'ল। ঘৰ-ঘৰুৱাৰ উপৰিও তাচ-পাশাৰ আড্ডাৰ বন্ধু বান্ধৱেও 'গমৰ লাৰু' খাই পৰম তৃপ্তিত নৰেশ্বৰক শলাগিব ধৰিলে। শলাগনি বঢ়াৰ লগে লগে জানকীদেৱীৰ দোকানৰ লাৰুৰ আগমনো বাঢ়িব ধৰিলে।

এদিনৰ কথা। নৰেশ্বৰ চৌধুৰী বজাৰলৈ অহা দেখা পালে জানকী দেৱীয়ে। মাতি নি বহুৱাই কলে ;—

"বাবু, বাকী খিনি দিব লাগিছিল। মোৰ দোকান অচল হৈ পৰিছে।"

নৰেশ্বৰ বিপাঙত পৰিল। হাতত ধন নাই, ঘৰতো নাই। জানকীক কথাটো বুজাই কলে। জানকীয়ে এটা হাঁহি মাৰি কলে,—"বাৰু কোনো কথা নাই। আপুনি মোৰ দোকানৰ বাকী খিনি বাবুৰ (ৰামবল্লভৰ) খাটাত লেখি থক। তেতিয়া মোৰো দোকান চলিব আৰু আপুনিও ধীৰে-সুস্থিৰে পৰিশোধ কৰিব পাৰিব।"

সেয়ে হ'ল। জানকী দেৱীৰ 'গমৰ লাৰু'ৰ বাকী ৰামবল্লভৰ ৰঙা

খাটাত শতকৰা মাহিলি সুত পাঁচ টকা হাৰত জিলিকি উঠিল। আৰু ঠিক হ'ল যে তেতিয়াৰ পৰা সকলো বাকী ৰামবল্লভৰ খাটাত হে লেখা হ'ব।

নৰেশ্বৰৰ বাকীৰ পৰিমাণ নকমিল, বাঢ়িলহে। বৰলোক হৈ বিলাসিতাত গা-ঢালি দি ঘৰ-গৃহস্থীৰ কোনো তদাৰকেই নকৰা হ'ল। নৰেশ্বৰৰ সোপাটিলামিৰ সুযোগ লৈ সকলোৱে ঠগিবলৈ আৰম্ভ কৰিলে। দোকানৰ বাকী বাঢ়িয়ে থাকিল। ঘৰ খৰচৰ কাৰণে আটা, ময়দা, চুজি, চাহ, চেনি, ঘিউ, জহাচাউল, গমৰ লাৰু আৰু সময়ে সময়ে নগদ টকাও ৰামবল্লভৰ দোকানৰ পৰা আহিব ধৰিলে।

ঋণৰ পৰিমাণ বাঢ়িয়ে থাকিল, ৰামবল্লভেও টকাৰ কাৰণে তাগিদা দিব ধৰিলে। কিন্তু পৰিশোধ কৰে ক'ৰ পৰা ?

ভুলু গাওঁবুঢ়াৰ পৰামৰ্শমতে ঋণ মুক্ত হোৱাৰ কাৰণে তিনিওখন খাটৰ সমুদায় মাটি আৰু নিস্পিখেৰাজ দুশ বিঘা মাটি বেচি দি গোটেই খিনি টকা ৰামবল্লভৰ হাতত তুলি দি নৰেশ্বৰে ঋণমুক্ত হোৱা বুলি স্বস্তিৰ নিশ্বাস এৰিব খুজিছিল। কিন্তু হিচাপ দেখি মূৰ ঘূৰি গ'ল। অতধন চক্ৰবৃদ্ধি হাৰৰ সুততেই গ'ল, মূল ঋণ এতিয়াও অক্ষত শৰীৰে বৰ্তমান।

ৰামবল্লভে নৰেশ্বৰৰ লগত আগৰ সম্পৰ্ক ত্যাগ কৰিলে, ৰঙা চ'কু দেখুৱাই মূল টকা বিচাৰিলে। ঠিক সময়ত দিব নোৱাৰাত সদৰত গৈ মোকৰ্দমা কৰিলে।

নৰেশ্বৰ চৌধুৰীয়ে ভাবিছিল যে বন্ধু-বান্ধৱ সকলে আৰু বিশেষকৈ ভুলু গাওঁবুঢ়াই তেওঁৰ ফলীয়া হৈ সাক্ষী দিলে বিচাৰত তেওঁৰ হকেই ৰায় দিব। কিন্তু আদালতত দেখি আচৰিত হ'ল যে গাওঁবুঢ়াকে প্ৰমুখ্যে সবহ ভাগে ৰামবল্লভৰ হকেহে সাক্ষ্য দিলে। ফলতঃ ৰামবল্লভৰ দাবী অনুসৰি সমুদাই টকা ডিক্ৰি হ'ল। আৰু ডিক্ৰি টকা কোনো উপায়ে শোধ কৰিব নোৱাৰাত, ৰামবল্লভে ডিক্ৰিৰ দেনাত নৰেশ্বৰ চৌধুৰীৰ বাকী নিস্পিখেৰাজ মাটি দুশ বিঘা নিলাম খৰিদ কৰি ললে।

## আধুনিকা মাতৃ সকললৈ

আজিকালি প্ৰায়েই দেখা যায় যে অস্ত্ৰোপচাৰৰ সহায়তহে প্ৰসৱ কৰাব পৰা হয়। অস্ত্ৰোপচাৰ কৰিব লগা হোৱা মাতৃ সকললৈ লক্ষ্য কৰিলে দেখা যায় যে এওঁলোক প্ৰায়েই উচ্চ শিক্ষিতা, নাইবা আভিজাত্য সম্পন্ন ভদ্ৰপৰিয়ালৰ জীয়াৰী আৰু বোৱাৰী। আৰু ভালকৈ পৰ্য্যবেক্ষণ কৰিলে দেখা যায় যে এই আধুনিকা মাতৃ সকল শ্ৰমবিমুখ, শাৰীৰিক শ্ৰম কি এওঁলোকৰ বহুতে ভুকে নাপায়।

আনহাতে আমি দেখোঁ যে শ্ৰমিক শ্ৰেণীৰ মাতৃসকলে প্ৰায়েই স্বাভাৱিক ধৰণে প্ৰসৱ কৰে। প্ৰসৱৰ সময়ত ধাই বা ডাক্তৰক বিচৰা বা প্ৰসূতী চিকিৎসালয়লৈ এওঁলোকক নিওৱাৰ প্ৰয়োজনেই বোধ নকৰে। কোনো কষ্ট নোপোৱাকৈয়ে এওঁলোকে সন্তান প্ৰসৱ কৰে।

আমি দেখিছোঁ যে আমাৰ দেশৰ প্ৰায়ভাগ শিক্ষানুষ্ঠানতে শাৰীৰিক শ্ৰমৰ ব্যৱস্থা নাই। এনে অনুষ্ঠানত শিক্ষা লাভ কৰা ছোৱালী আৰু আঢ্যৱন্ত ঘৰৰ ছোৱালীহঁতেও কোনো ৰকমৰ শ্ৰম নকৰে বুলিবই পাৰি। ঢেকি দিয়া, ভুই বোৱা আদি কৰি ভাগৰ লাগি ঘামওলোৱা বিধৰ শ্ৰম কেনে আমাৰ আধুনিকা সকলে উমানকে নাপায়। কঠোৰ শাৰীৰিক শ্ৰম কৰা আজি লাজ আৰু অপমানৰ কথা ৰূপে পৰিগণিত হৈছে। নিম্ন শ্ৰেণীৰ লোকেহে তেনে শ্ৰম কৰে বুলি এটা সামাজিক বিশ্বাস গঢ়ি উঠিছে।

আধুনিক ভদ্ৰমহিলাৰূপে পৰিগণিতা সকলে কঠোৰ শাৰীৰিক শ্ৰম নকৰা গুণে দেহৰ মাংসপেশীবোৰ শিথিল হৈ থাকে। মাংসপেশী শিথিল হলে শৰীৰ দুৰ্বল হয়, দুৰ্বল শৰীৰে কষ্ট সহিব নোৱাৰা স্বাভাৱিক

কথা। প্ৰসৱৰ সময়ত যি শাৰীৰিক শক্তিৰ প্ৰয়োজন হয়, শ্ৰমবিমুখ আধুনিকা প্ৰসূতী সকলে তাক পূৰণ কৰিবলৈ অসমৰ্থ হয়।

লিখা-পঢ়া শিকি আধুনিকা সকল প্ৰায়েই শ্ৰম বিমুখ হৈ উঠাতো জাতীয় জীৱনৰ কাৰণে এক ডাঙৰ বিপৰ্য্যয়ৰ কাৰণ হৈ পৰিছে। এইক্ষেত্ৰত আমি কেৱল আধুনিকা সকলক দূষিলেই নহব, আমাৰ লবাইঁতেও আন নহলেও শ্ৰমক ঘিণাবলৈ বদ্ধপৰিকৰ হৈ পৰিছে। শাৰীৰিক শ্ৰম কৰি জীৱিকা নিৰ্বাহ কৰা আমাৰ দেশৰ শিক্ষিত আৰু আভিজাত্য সকলৰ মাজত গভীৰ লাজ আৰু অপমানৰ কথা হৈ পৰিছে।

আমি ভালকৈ জনা উচিত যে সৰুৰে পৰা পৰিশ্ৰম নকৰিলে মানুহৰ অঙ্গ-প্ৰত্যঙ্গবোৰ পুৰঠ নহয়, দুৰ্বল আৰু সুকুমাৰ হৈয়ে থাকে। এনেকুৱা দুৰ্বলী ছোৱালীয়ে জন্ম দিয়া সন্তান সকলো শক্তিমান বীৰ সন্তান হব নোৱাৰে। যি সকল মাতৃয়ে নিজৰ পেটৰ সন্তানটো জন্ম দিয়াৰ শক্তিকণো হেৰুৱাইছে, সেইসকল মাতৃয়ে এটা স্বাস্থ্যবান শক্তিশালী জাতি গঢ়ি তোলাৰ আশা কেৱল পৰ্বতত কাছকণী বিচৰা হে মাত্ৰ।

আমাৰ চিকিৎসক সকলে কব ধৰিছে যে বয়সত বিয়া হোৱা কাৰণেহে আধুনিকা প্ৰসূতীসকলে প্ৰসৱৰ সময়ত কষ্ট পায়। চিকিৎসক সকলৰ এনে যুক্তি অমূলক যেন লাগে। আচলতে এওঁলোকে শ্ৰম-বিমুখীতাৰ কাৰণেহে জীয়াতু ভুগিব লগাত পৰে।

আগৰ দিনত গৰ্ভৱতী নাৰীয়ে ঢেকী দিয়া এটা প্ৰচলিত সামাজিক ৰীতিত পৰিণত হৈছিল। সেই কাৰণে তেওঁলোক ৯।১০ টা সন্তানৰ মাতৃ হৈও আজি ৬০।৬৫ বছৰ বয়সতো স্বাস্থ্য অটুট ৰাখিব পাৰিছে। কিন্তু আজিৰ আধুনিকা সকল এটা সন্তানৰ মাতৃ হলেই তেওঁলোকৰ স্বাস্থ্য ভাঙি পৰে। ই এটা গভীৰ চিন্তাৰ বিষয়।

পৃথিবীৰ অন্যান্য স্বাধীন জাতিবোৰলৈ লক্ষ্য কৰিলে দেখোঁ যে তেওঁলোকৰ পুৰুষ স্ত্ৰী সৰ্বলোৱে সমানে শ্ৰম কৰে। যি সকলে



মানসিক শ্ৰমেৰে জীৱিকা উপাৰ্জন কৰে, সেই সকলে আন নহলেও নিয়মীয়াকৈ ব্যায়াম বা আসন কৰে। ইয়াৰ কাৰণে তেওঁলোক নিপোটল, আৰু বহু বয়সলৈ তেওঁলোকৰ মাতৃ সকল দিপ্‌লিপ্‌ সুন্দৰী হৈ থাকে। তেওঁলোকে সুন্দৰ স্বাস্থ্যবান আৰু শক্তিশালী সন্তান জন্ম দি তেওঁলোকৰ জাতীয় জীৱনো জয়জয়কাৰ কৰি তুলিব ধৰিছে।

প্ৰকৃতিয়ে সকলো প্ৰাণীকেই খাদ্য সংগ্ৰহৰ কাৰণে শ্ৰমৰ আৱশ্যকতাৰ বিধান কৰি দিছে। শ্ৰম কৰিলেহে খাদ্য উৎপাদন আৰু পেটতো ভোক লাগে। ভোকত খাদ্য খালে পৰিপাক হৈ শৰীৰৰ পুষ্টি বৰ্দ্ধন কৰে। কিন্তু সম্প্ৰতি আমি খাদ্য উৎপাদনৰ কাৰণে শ্ৰম নকৰি কৃত্ৰিম উপায়ে অৰ্থাৎ আনৰ শ্ৰমৰ পৰা উৎপন্ন খাদ্য গ্ৰহণ কৰোঁ কাৰণে আমাৰ পেটতো ভোক নালাগে। আমি আজি অভ্যাসবশতঃ কেৱল সময়ে সময়ে পেটত খাদ্য ভৰাই হে থওঁ। ইয়াৰ ফলত খাদ্য জীণ নাযায়। গতিকে খাদ্যই শৰীৰৰ আৱশ্যকীয় পুষ্টিও সাধন নকৰে। কাজে কাজে শৰীৰ দুৰ্বল হয়।

শ্ৰমিক শ্ৰেণীৰ জীৱনলৈ লক্ষ্য কৰিলেই আমি শাৰীৰিক শ্ৰমৰ উপকাৰিতাৰ কথা ভালকৈ অনুভৱ কৰিব পাৰোঁ। আমাৰ চাৰিও-ফালে থকা ভূটীয়া, নেপালী, খাচিয়া, গাৰো, প্ৰভৃতি সমাজত মাতৃ আৰু সন্তান সকল আমাতকৈ বহু গুণে শক্তিশালী। আন কাৰণ থাকিলেও ইয়াৰ প্ৰধান কাৰণ এয়ে যে তেওঁলোক কঠোৰ পৰিশ্ৰমী। পৰ্বত-পাহাৰ বগোৱা তেওঁলোকৰ জীৱনৰ দৈনন্দিন ধৰ্ম। ইয়ে তেওঁলোকৰ দেহ আৰু মন সবল আৰু সুস্থ কৰি তোলে। মুখৰ কমনীয়তা বঢ়াৰ লগে লগে প্ৰকৃতিৰ বিৰুদ্ধে যুঁজি জয়যুক্ত হবলৈও পায় মনত অসীম প্ৰেৰণা।

আমি শিক্ষিত আৰু ভদ্ৰবেশী আঢ্যৱন্ত সকলে এই বিষয়ে মনোযোগ দিয়াৰ সময় পাৰ হওঁ হওঁ। শ্ৰমবিমুখীতাই আমাক কেনেকৈ তিল তিল কৈ ধ্বংসৰ মুখলৈ টানি নিব ধৰিছে, তাক আমি যিমান

সোনকালে অনুভৱ কৰোঁ, ব্যক্তি আৰু জাতীয়-জীৱনৰ কাৰণে সিমানেই মঙ্গলজনক। আমাৰ আধুনিকা প্ৰসূতী আৰু মাতৃ সকলেও এই কথা গভীৰ ভাবে বিবেচনা কৰা উচিত হব। আমি ভালকৈ অনুভৱ কৰা উচিত হব যে শ্ৰমেহে মানুহৰ জীৱন-জেউতি বঢ়ায়; যি জাতি যিমান পৰিশ্ৰমী, আজিৰ বিশ্বত সিমানে উন্নতিশীল, সবল আৰু সুস্থ।

## মহাত্মা গান্ধীৰ জন্মশতবাৰ্ষিকী উপলক্ষে

১৮৬৯ চনৰ ২ অক্টোবৰৰ দিনা পোৰবন্দৰৰ এটা সাধাৰণ পৰিয়ালত কৰমচাঁদ গান্ধীৰ ঔৰষত আৰু পুতুলী বাঈৰ গৰ্ভত জন্মলাভ কৰা মোহনদাস কৰমচাঁদ গান্ধী মহাত্মা হ'ল আৰু ১৯৬৯ চনত সমগ্ৰ বিশ্বই পৰম উৎসাহ আৰু আনন্দেৰে পালন কৰিলে তেওঁৰ জন্ম শতবাৰ্ষিকী। সাধাৰণ পৰিয়ালত সাধাৰণ ভাবে জন্মলাভ কৰি আন দহজনৰ দৰেই তেৰোঁ ডাঙৰ দীঘল হবলৈ লৈছিল। অথচ তেওঁ হৈ পৰিল বিৰাট বৈশিষ্ট্যপূৰ্ণ মহামানৱ মহাত্মা গান্ধী। সাধাৰণ লাজকুৰীয়া মোহনদাস কৰমচাঁদক যিবোৰ কথা আৰু কামে মহামানৱ মহাত্মাৰূপে গঢ়ি তুলিলে তাৰ বিশ্লেষণ আৰু অনুশীলন প্ৰগতিবাদী মানুহ মাত্ৰৰে নিশ্চয় কাম্য।

সৰু কালতে গান্ধীজী মজলীয়া বুদ্ধিৰ লৰা আছিল। সৰ্ব্বসাধাৰণ লৰাৰ দৰে গান্ধীজীও অসৎ সঙ্গত পৰি কিছুমান নীতিবিৰুদ্ধ কাম কৰিছিল। সেই অসৎ সঙ্গৰ প্ৰৰোচনাত তেওঁ তেওঁলোকৰ বংশৰ নীতিৰ বিৰুদ্ধে মাংস খাইছিল। আৰু সেই দোষ লুকাবৰ কাৰণে চুৰি আৰু মিছা কথা কব লগীয়া হৈছিল। কিন্তু গান্ধীয়ে ভুলক ভুল বা মিছাৰে ঢাকিবলৈ যত্ন নকৰি, কৰিলে শুধৰোৱাৰ চেষ্টাহে।

যেনেকৈ ধপাত, চাধা আদি খোৱা আৰু সুৰা পান কৰা মানুহক প্ৰথমতে সেই ৰাগীয়াল বস্তুবোৰে হোপোঁতে আৰু পান কৰোঁতে নাকে মুখে ধৰি কষ্ট দিয়ে, কিন্তু আনৰ প্ৰৰোচনাত পৰি সেই বস্তু বোৰ ব্যৱহাৰ কৰি থাকিলে কিছুদিনৰ পাছত সেই কষ্ট অনুভৱ নোহোৱাহে কালক্ৰমত সি স্বভাৱত পৰিণত হৈ পাছত তাক

এৰিব নোৱাৰা হয়, তেনেকৈ চুৰি কৰা, মিছা কথা কোৱা আদি অসৎ কৰ্ম্ম কৰা লোক সকলেও প্ৰথমতে মানসিক অশান্তি ভোগ কৰিলেও, অসৎ সঙ্গৰ প্ৰবোচনাত, ভয়ত আৰু লোভ আদিৰ কাৰণে সেই মানসিক অশান্তি সহি গলে, ক্ৰমে মনত এটা দাগ বহি মানসিক অশান্তিৰ অনুভৱ নোহোৱা হয়, আৰু মিছা কথা কোৱা আদি অসৎ প্ৰবৃত্তিবোৰ স্বভাৱত পৰিণত হয়। সেই কাৰণে এতিয়া আমাৰ বহুজনে লোভ নাইবা লাভৰ আকৰ্ষণ নহলেও মিছা কথা সৰ-সৰকৈ কব পৰা হৈছে।

কিন্তু মাকৰ পৰা পোৱা বিশেষ গুণ হিচাবে গান্ধীজীৰ অন্তঃকৰণ বৰ কোমল আছিল। তেওঁ সেই মানসিক অশান্তি সহিব নোৱাৰি তাৰ প্ৰায়শ্চিত্ত বিচাৰিলে। তেওঁ মুখেৰে কব নোৱাৰি দেউতাকলৈ চিঠি লিখি তাত সকলো দোষ স্বীকাৰ কৰি ভৱিষ্যতে তেনেকুৱা কামত প্ৰবৃত্ত নহম বুলি প্ৰতিজ্ঞা কৰি, দেউতাকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। তেতিয়াৰ পৰা তেওঁৰ মহৎ জীৱনৰ সূত্ৰপাত হল।

শ্ৰৱণ মুনিৰ পিতৃ-মাতৃ ভক্তি আৰু হৰিশ্চন্দ্ৰ ৰজাৰ ত্যাগৰ কাহিনীয়ে তেওঁৰ মনত প্ৰভাৱ বিস্তাৰ কৰিলে। ইয়াৰ পিচত যেতিয়া ব্যাৰিস্টাৰী পঢ়িবলৈ বিলাতলৈ যাবৰ কাৰণে তেওঁৰ প্ৰবল ইচ্ছা হল, কিন্তু তাত নানা বাধ্য-বাধকতা উপস্থিত হল, তেতিয়া তেওঁ মাকৰ আগত মদ, মাংস আৰু স্ত্ৰীস্পৰ্শ নকৰোঁ বুলি যি প্ৰতিজ্ঞা কৰিলে, সেই প্ৰতিজ্ঞাই তেওঁৰ সত্য অন্বেষণৰ মূল ভেটি নিৰ্ম্মাণ কৰিলে। শ্ৰীৰামচন্দ্ৰই পিতৃ-সত্য পালনৰ অৰ্থে দৃঢ় সঙ্কল্পলৈ যি দৰে ভৰতৰ অসীম কাৰুণ্যতো অবিচলিত আছিল, তেনেকৈ গান্ধীজীয়ে প্ৰতিকূল অৱস্থাৰ মাজত নানা প্ৰবোচনাত পৰিও অসীম ধৈৰ্য্য সহকাৰে মাতৃ সত্য পালন কৰিছিল। সত্যই গান্ধীজীৰ জীৱনৰ মূল মন্ত্ৰ আছিল।

দস্যু ৰত্নাকৰে যেনেকৈ ব্ৰহ্মা আৰু নাৰদক গুৰু মানি পৰম শ্ৰদ্ধা সহকাৰে তেওঁলোকৰ বাণী "মৰা মন্ত্ৰ" দৃঢ় বিশ্বাসেৰে সৈতে জপ কৰি সেই সাধনাত সিদ্ধি লাভ কৰি ত্ৰিকালজ্ঞ বাল্মীকি ঋষি হৈছিল, তেনেকৈ সেই লাজকুৰিয়া চুৰি কৰা, মিছা কোৱা, মাংস খোৱা, মোহন দাস কৰমচাঁদ গান্ধী নামৰ দুৰ্ব্বল লৰাজনেও মাতৃৰ আগত লোৱা সত্যৰ ব্ৰত দৃঢ় বিশ্বাসেৰে পালন কৰি সাধনাত সিদ্ধি লাভ কৰি সৰ্ব্বজ্ঞ মহামানৱ মহাত্মা হৈছিল।



গান্ধীজীয়ে জনসাধাৰণৰ কল্যাণৰ হকে যিবিলাক কথা কৈছিল আজিও আমাৰ দেশৰ বহু নেতাই সেইবোৰ জন কল্যাণৰ কথাকে কয়। কিন্তু আজিৰ নেতা সকলৰ বাণী শুনিবলৈ জনসাধাৰণৰ শ্ৰদ্ধা নাই কিয়? শ্ৰীকৃষ্ণৰ বংশীৰ ধ্বনি শুনি বিমোহিত হৈ গোপ বালা সকলে উত্ৰাৱল চিত্ত হৈ লৰি যোৱাৰ দৰে, গান্ধীজীৰ দৰ্শন নাইবা তেওঁৰ বাণী শ্ৰৱণ কৰিবলৈ উত্ৰাৱল চিত্তে জনসাধাৰণ দলে দলে হিল-দল ভাঙ্গি তেওঁৰ ওচৰলৈ লৰি আহিছিল। বহুতে তেওঁৰ বাণী শ্ৰৱণ কৰাৰ সুযোগ নাপালেও বাতৰি কাকতৰ পিঠিত প্ৰকাশিত তেওঁৰ বাণীয়েই তেতিয়াৰ ৩৬ কোটি ভাৰতবাসীক বিমোহিত কৰিছিল। কিন্তু আনফালে আজিৰ নেতা সকলৰ জনকল্যাণৰ বাণী শুনাবলৈ বহু যত্ন কৰিও মানুহ বিচাৰি পোৱা নাযায়, আৰু বাতৰি কাকতত প্ৰকাশ পোৱা নেতাসকলৰ জনকল্যাণৰ বাণী আজি কালি বহুতে নপঢ়েই। গান্ধীজীৰ বাণীত অমৃত আছিল। সেয়েহে কাণেৰে নুশুনিলেও চকুৰে দেখিয়েই সেই অমৃতৰ সোৱাদত মানুহৰ অন্তৰ পৰিতৃপ্ত হৈছিল।

আজি আমি যিবিলাক মানুহ ইন্দ্ৰিয়ৰ দাস সেই আমি সৱৰ অন্তৰত থকা সকলোখিনি ভাৱ বাক্যৰ দ্বাৰা প্ৰকাশ কৰিব নোৱাৰোঁ। আমাৰ মনলৈ অহা ভাৱৰ কিছুমান লোক-নিন্দাৰ ভয়ত, গোপন কৰি বাকীখিনিহে বাক্যৰ দ্বাৰা প্ৰকাশ কৰোঁ। সেই কাৰণে আমাৰ মূল ভাৱটো ভাঙ্গি খণ্ড খণ্ড হয়, আৰু বাক্যবোৰ খণ্ড বাক্য হয়। সেই খণ্ড বাক্যবোৰ স্বভাৱতে দুৰ্ব্বল, বক্ৰ আৰু ৰসহীন হয়। সেই কাৰণে সি আনৰ অন্তৰত প্ৰৱেশ কৰিব নোৱাৰে। কিন্তু

জিতেন্দ্রিয় মহাপুৰুষ সকলৰ মনলৈ অহা সকলো খিনি ভাৱ অকপটে বক্ৰহীন ভাবে প্ৰকাশ কৰিব পাৰে। সেই কাৰণে সেই বাক্য অখণ্ড বাক্য। সেই অখণ্ড বাক্য মহাশক্তিশালী, অব্যৰ্থ আৰু বাক্যামৃত ৰূপে শ্ৰৱণ কৰ্ত্তাৰ কৰ্ণ পথে হিয়াত প্ৰবেশ কৰে। সেই অখণ্ড বাক্যই বাক্য-ব্ৰহ্ম, সেই অখণ্ড বাক্যই অসুৰ বিনাশক বজ্ৰ।

ঢাল-তৰোৱাল বিহীন 'অৰ্দ্ধনগ্ন ফকিৰ' কৃষকায় বৃদ্ধ এজনৰ "ভাৰত এৰি যোৱা" বোলা অখণ্ড বাক্যৰ ধ্বনি শুনি বৃটিছ সিংহৰ হৃদিকম্প উপস্থিত হোৱাত অত্ৰাহি হৈ ভাৰত এৰি পলায়ন কৰিলে। মহাত্মাজীয়ে সত্য অন্বেষণত সিদ্ধি লাভ কৰি সত্য, প্ৰেম, অহিংসা মন্ত্ৰৰ দ্বাৰা পৰাধীন ভাৰতবাসীৰ দাসত্বৰ শৃঙ্খল মোচন কৰিলে। আজি গান্ধীজীৰ কৃপাগুণত ভাৰতবাসী স্বাধীন।

আমাৰ দেশে লগতে পৃথিবীৰ প্ৰায় সকলো দেশে মহামানৱ মহাত্মা গান্ধীজীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলী নিবেদন কৰিছে। গান্ধীজীয়ে সত্য, প্ৰেম, অহিংসাৰ দ্বাৰা ভাৰতক যি স্বাধীনতা দি গল সেই আদৰ্শ পৃথিবীত অপূৰ্ব্ব। আজি আমি গান্ধীজীৰ প্ৰিয় কাৰ্য্যসূচীৰে তেওঁৰ জন্ম শতবাৰ্ষিকী পালন কৰিছোঁ। কিন্তু নিৰপেক্ষ বিচাৰক এজনে আমাৰ এই কাৰ্য্য বিচাৰ কৰিলৈ আমি আত্ম-প্ৰবঞ্চনা কৰা বুলি ৰায় দিব বুলিহে বিশ্বাস হয়। কাৰণ আমি অন্তৰত লোভ হিংসাৰ ভাৱ লুকাই ৰাখি, বাহিৰত অহিংসাৰ অভিনয় কৰিছোঁ। গান্ধীজীৰ সকলো প্ৰাণীৰ প্ৰতি প্ৰেমৰ কথা নকৰেই, আজি আমি ঘৃণনীয় ভাতৃ হত্যা, হিংসাৰ দ্বাৰা মহাত্মাজীৰ আকাঙ্ক্ষিত সেই ৰাম ৰাজ্য দেশখনক কলঙ্কিত কৰিছোঁ।

গান্ধীজী ত্যাগৰ প্ৰতিমূৰ্ত্তি আছিল। দক্ষিণ আফ্ৰিকাৰ এখন বিদায় সম্বৰ্দ্ধনা সভাত প্ৰবাসী ভাৰতীয় লোক সকলে উপহাৰ স্বৰূপে গান্ধীজীক অজস্ৰ ধন সোণ দিছিল। সেইবোৰ ধন সোণ তেওঁ জন সাধাৰণৰ কল্যাণৰ অৰ্থে অকাতৰে দান কৰাৰ সিদ্ধান্ত কৰিলে। কিন্তু এই খিনিতে এটা বাধা উপস্থিত হল। স্ত্ৰী জাতিৰ সোণ গহনা



আদিৰ কাৰণে দুৰ্ব্বলতা থকা স্বাভাবিক। তদুপৰি তাতে সোণৰ গলপতা আদি কৰি কিছুমান সোণৰ অলঙ্কাৰ কস্তুৰীবাঈ গান্ধীয়ে নিজৰ বাবে উপহাৰ পাইছিল। সেই কাৰণে সেইবোৰ ত্যাগ কৰিবলৈ কস্তুৰী-বাঈ গান্ধীয়ে বৰ টান পাইছিল। কিন্তু গান্ধীজীৰ ত্যাগৰ পুণ্য সলিল স্ৰোতত কস্তুৰীবাঈ গান্ধীৰ প্ৰতিবন্ধক তৃণ কুটা হৈ উটি গল। গান্ধীজীৰ বিশ্বাস আৰু সিদ্ধান্ত হিমালয় সদৃশ অলৰ অচৰ আছিল।

ইং ১৯৬২ চনত চীনে আমাৰ দেশ আক্ৰমণ কৰিছিল। সেই সময়ত গান্ধীজীৰ নীতি অনুসৰণ কৰা বুলি অহঙ্কাৰ কৰা আমাৰ নেতৃ স্থানীয় লোক সকলে মহাত্মাজীৰ ত্যাগ মহিমাৰ কথা কৈ ত্যাগৰ কাৰণে জন সাধাৰণৰ ওচৰত আবেদন জনালে। জনসাধাৰণৰ ভিতৰত দেশ প্ৰেমৰ জাগৰণ উঠিল। নিজ শক্তি অনুসাৰে দান দিলে। একেবাৰে দিন ভিক্ষা প্ৰাণ ৰক্ষা কৰা লোক সকলেও একো সাজ লঘোন দি তাৰ ৰাহি হোৱা ধন খিনি যুদ্ধৰ পুঁজিলৈ আগ বঢ়ালে, মহিলা সকলো পাছ পৰি নাথাকিল, তেওঁলোকৰ হাতৰ, কাণৰ, গলৰ যোনে যি পাৰিলে গহনা পাতি অকাতৰে দেশ ৰক্ষাৰ্থে উছৰ্গা কৰিলে। কিন্তু তাৰ পাছত দেখা গল, যে তুখীয়া ৰাইজে হাৰ ভাঙ্গা পৰিশ্ৰম কৰি দিয়া ধনেৰে সেই নেতৃ স্থানীয় লোক সকলে বিদেশত নিৰ্ম্মিত লাখ টকীয়া দামৰ বিলাসী মটৰ গাড়ী কেইখন মান কিনিলে। তাত-কৈও আমোদ জনক পুতৌ লগা কথা হল, যেতিয়া সেই মটৰ গাড়ী কেইখনেৰে সেই নেতা সকলৰ গাইপতি একো খনকৈ ভাগত নপৰা হল, তেতিয়া তেওঁলোকৰ ভিতৰত মনোমালিন্য আৰম্ভ হল, আৰু অৱশেষত সেই সমস্যা লটাৰীৰ দ্বাৰাহে সমাধান কৰিব লগীয়া হল। আমি পেটত লোভ লুকাই ৰাখি মুখত যে ত্যাগৰ কথা কওঁ ইয়াতকৈ ডাঙৰ প্ৰমাণৰ আৱশ্যক নাই। আমি লোভ, হিংসা আদি অসৎ প্ৰবৃত্তিবোৰ অন্তৰত ঢাকি ৰাখি আজি সেই মহাপুৰুষ মহাত্মা গান্ধীজীৰ গুণ গান কৰি তেওঁলৈ শ্ৰদ্ধাঞ্জলী নিবেদন কৰাৰ কোনো সাৰ্থকতা নাই।

আমি আনক কপট উপদেশ দিয়াৰ অভ্যাস পৰিহাৰ কৰি মহাত্মাজীয়ে কোৱা আত্মা-শুদ্ধি অৰ্থাৎ আত্ম-সমালোচনাৰ দ্বাৰা নিজৰ মন পবিত্ৰ কৰাৰ চেষ্টা কৰিলেও সেই মহামানৱ জনৰ প্ৰতি শ্ৰদ্ধাঞ্জলী জনোৱা হব, আৰু এনে কাম কৰিলেহে মহাত্মাৰ আত্মাই শান্তি পাব। সেয়ে—

আমি মহাত্মাজীৰ প্ৰাৰ্থনাৰ সুৰতে দয়াময়ৰ ওচৰত প্ৰাৰ্থনা জনাওঁ—

"ঈশ্বৰ আল্লা তোমাৰেই নাম
সকলোকে সুমতি দিয়া ভগৱান।"

## পাণ্ডৱৰ বনবাসৰ দুদিন

মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ দিনৰ ভাৰতবৰ্ষ সভ্যতা আৰু সংস্কৃতিত জগতৰ ভিতৰতে শীৰ্ষস্থানীয় আছিল বুলি আজি বিশ্বৰ পণ্ডিতমণ্ডলীয়ে অকুণ্ঠ চিত্তে স্বীকাৰ কৰিছে। আজিও ৰামায়ণ-মহাভাৰত পঢ়িলে, তাৰ চৰিত্ৰ আৰু পৰিবেশৰ মাহাত্ম্যই পঢ়ুৱৈ মাত্ৰকে আনন্দত অভিভূত নকৰি নাথাকে। মহাকাব্যৰ দিনৰ ভাৰতীয়ৰ সত্য আৰু ন্যায়নিষ্ঠতা, পবিত্ৰ প্ৰেম, সৰলতা, কোমলতা আৰু বিশেষকৈ মানবিকতাৰ মহান নিদৰ্শনে যে অনন্তকাললৈ মানুহক পৰম আনন্দৰ সন্ধান দি থাকিব ই নিশ্চিত। ইয়াত পাণ্ডৱৰ বনবাসৰ দুদিনৰ দুটা ঘটনাৰ নিদৰ্শন তুলি ধৰি মহাৰাজ যুধিষ্ঠিৰৰ 'সত্যনিষ্ঠা' আৰু 'শৰণাগত ৰক্ষা'ৰ মহান আদৰ্শ ফুটাই তুলিব বিচৰা হৈছে।

### (১) সত্যনিষ্ঠা

পাশাত হাৰি পাঁচ পাণ্ডৱ বনবাসলৈ যোৱা খবৰ যেতিয়া ৰাষ্ট্ৰ হৈ পৰিল তেতিয়া "অকালৰ ভাত নিদানৰ মাত" বুলি ভাবি ইষ্ট-কুটুম্ব বন্ধু-বান্ধৱ আৰু পাণ্ডৱৰ গুণমুগ্ধ ৰজা সকল পাণ্ডৱক বিচাৰি অৰণ্যলৈ গ'ল। পুত্ৰ সকলৰ সৈতে পাঞ্চালৰ দ্ৰুপদ ৰজা আৰু দ্বাৰকাৰ শ্ৰীকৃষ্ণকে আদি কৰি সকলোৱে পাণ্ডৱৰ অৰণ্য-কুটীৰত সমবেত হল গৈ। যুধিষ্ঠিৰে অভ্যাগত সকলক যথাযোগ্য সম্ভাষণ জনালে। শ্ৰীকৃষ্ণ আৰু যুধিষ্ঠিৰক আগত লৈ সকলোৱে সভাপাতি বহিল। পাণ্ডৱৰ দুখত সকলোৰে হিয়া পমি গল। বহুতে কৌৰৱক গালি পাৰি পাণ্ডৱক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। বৃদ্ধ দ্ৰুপদ ৰজাই জী-জোৱাইৰ দুখত চকু পানী টুকিবলৈ ধৰিলে।

পিতাক, মাক আৰু বন্ধু-বান্ধৱক বিপদ কালত লগ পাই দ্ৰৌপদীৰ সুপ্ত মনোবেদনাও উথলি উঠিল। পিতৃ-মাতৃ আৰু পূজনীয় আত্মীয় জনক লগ পালে সকলোৱে নিজৰ নিজৰ পদ মৰ্য্যাদা পাহৰি আদৰুৱা সৰু লৰা-ছোৱালীটিৰ দৰে হৈ পৰে। দ্ৰৌপদীৰো সেয়ে হ'ল। তেওঁ যে সন্মানিতা ৰাজ-ৰাণী সেইটো পাহৰি ইনাই বিনাই কান্দি কান্দি কবলৈ ধৰিলে—"আই-বোপাইৰ ঘৰত মই পিতাৰ চকুৰ মণি, আইৰ বুকুৰ জীউ আৰু দাদাহঁতৰ আদৰুৱা ভনীটীহৈ ডাঙৰ-দীঘল হ'লো। পিতৃদেৱে ধনুৰ্বিদ্যাৰ পন কৰি পৃথিবীৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ ধনুৰ্দ্ধৰ বীৰ সকলত মোক সম্প্ৰদান কৰিলে। একো জনেই ইন্দ্ৰক জয় কৰিব পৰা মোৰ পঞ্চস্বামী। ভাৰতৰ ৰাজ চক্ৰবৰ্ত্তী ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ ইন্দ্ৰপ্ৰস্থৰ মই ৰাজপটেশ্বৰী। মোৰ এই বৈভৱেই শতুৰুৰ চকুৰ কুটা দাঁতৰ হুল হৈছিল আৰু প্ৰিয়জনৰ মন হৰষিত কৰিছিল। মোৰ সমনীয়া বান্ধৱী সকলৰ পৰা মোৰ সৌভাগ্যৰ প্ৰশংসা শুনি মই আনন্দত আপ্লুত হৈছিলোঁ। কিন্তু এতিয়াহে বুজিব পাৰিলোঁ মোৰ দৰে দুখুনী নাৰী এই জগতত নাই। মই ৰাজ-ৰাজেশ্বৰী হৈ, গছৰ বাকল পিন্ধি, ৰ'দ-বৰষুণে, জোক, মহ, দাঁহ, চৰপাৰ কামোৰ আৰু কাইটৰ আচোৰ খাই, দুৰ্গম পৰ্ব্বত আৰু অৰণ্যত ঘূৰি ফুৰিছোঁ। সাধাৰণ ঘৰৰ ছোৱালী-বোৱাৰীও মোৰ দৰে লাঞ্ছনা কোনো কালে ভোগ কৰা নাই। বাল্যকালত উমলি ফুৰোঁতেও মই কোনো বালকক স্পৰ্শ কৰা নাই। যাক যৌৱনত চন্দ্ৰ-সূৰ্য্যৰ প্ৰৱেশ অধিকাৰ নথকা ৰাজঅন্তঃপুৰত সহস্ৰ সহস্ৰ দাস-দাসীয়ে পৰিবৃত কৰি ৰাখিছিল, সেই দ্ৰৌপদীক ৰজস্বলা একবস্ত্ৰা অৱস্থাত নৰাধম পাপীষ্ঠ দুঃশাসনে চুলিত ধৰি চোচোৰাই চোচোৰাই কৌৰৱৰ ৰাজসভালৈ টানি আনিলে। দুঃশাসনে চুলিত ধৰি টানি আনোঁতে মোৰ জীউটো ওলাই যোৱা যেন লাগিছিল। দ্ৰুপদ ৰজাৰ চেনেহৰ জীয়েকক কৌৰৱে চোচোৰাই মাৰোঁতে ইমান ডাঙৰ ৰাজ-সভাৰ এজনেও মাত নামাতিলে। ডাঙৰ শহুৰ ধৃতৰাষ্ট্ৰ ৰজা, ভীষ্ম পিতামহ,



গুৰু দ্ৰোণ, বৃদ্ধ পাত্ৰ মন্ত্ৰী আদি কৰি কৌৰৱৰ ৰাজসভাত উপস্থিত সকলোকে মই আৰ্তনাদ কৰি ৰক্ষা কৰিবলৈ কাকুতি জনালোঁ, কিন্তু সেই সকলৰ আগতে মোক বিবস্ত্ৰ কৰোঁতে কোনোজনে হকাবাধা নকৰিলে। মোৰ পঞ্চ স্বামী বিদ্যমানে কালৈকো ভ্ৰূক্ষেপ নকৰি পাপিষ্ঠ দুৰ্য্যোধনে তাৰ উৰু দেখুৱাই মোক কুৎচিৎ ইঙ্গিত দিলে, তথাপি মোৰ পঞ্চপতিয়ে নপুংসকৰ দৰে লাজে ভয়ে একো নামাতিলে। পাণ্ডৱৰ বীৰত্ব সকলোৱে প্ৰশংসা কৰে, কিন্তু যিবিলাকে নিজৰ তিৰোতাক ৰক্ষা কৰিব নোৱাৰে তেওঁ-লোকৰ কিহৰ বীৰত্ব? ধিক ধনঞ্জয়, ধিক বৃকোদৰ, তেওঁলোকৰ বীৰত্ব ধিক! পাঞ্চালত লক্ষাধিক ৰজাই যি লক্ষ্যভেদ কৰিব নোৱাৰিলে সেই লক্ষ্য হেলাৰঙে ভেদ কৰা মহা ধনুৰ্দ্ধৰ অৰ্জ্জুনেও আজি মোৰ দৈৱদোষত পৌৰুষত্ব হেৰুৱালে। মহাক্ৰোধী বৃকোদৰে হিৰিম্ব, বঘাসুৰ আদিক বধ কৰি বীৰত্ব দেখুৱাইছিল, কিন্তু সেই ক্ৰোধ আৰু বীৰত্ব আনৰ ওপৰত হে, নিজৰ ভাৰ্য্যাৰ ওপৰত অত্যাচাৰ কৰা জনৰ ওপৰত তেওঁৰ বীৰত্বও নাই, ক্ৰোধো নাই। ইমানতো যেতিয়া মোৰ পঞ্চ স্বামীৰ ক্ৰোধ নুপজিল ইয়াৰ পাছত কৌৰৱে মোক জীয়াই জীয়াই পুৰি মাৰিলেও তেওঁলোকে সহি থাকিব। অতি দুখীতজনেও নিজৰ স্ত্ৰীৰ সন্মান ৰক্ষাৰ্থে নিজৰ জীৱন বিসৰ্জ্জন দিবলৈ কুণ্ঠিত নহয়। হে হৰি! কিয় তুমি মোক ইমান যাতনা আৰু লাজৰ ভাগী কৰিলা! কৌৰৱৰ হাতত কিয় মোৰ জীৱনটো নগ'ল আৰু কিমান দুখ দিবৰ কাৰণে মোৰ জীৱনটো ৰাখিছা!"

দ্ৰৌপদীৰ কান্দোন ক্ৰমে বেচি হ'ল আৰু ধৃষ্টদ্যুম্নৰ উদ্দেশ্যে কবলৈ ধৰিলে। "দাদা যদি তোমালোকৰ সৰু ভনীজনীলৈ মৰম আছে,— তেনেহলে তোমালোকে মোক লগত লৈ বলা, মই মাতৃ দেৱীৰ কোলাত আশ্ৰয় লওঁগৈ। কৌৰৱে আৰু ইয়াত লগ পাব লাগিলে মোক কোবাই কোবাই মাৰিব। তোমালোক মোৰ এশ ভাই। তোমালোকৰ ঘৰত অন্ধ-নৃপতিৰ পুত্ৰহঁত কোন কুটা। মই ইন্দ্ৰকো ভয় নকৰোঁ।" নমলীয়া

ভনীয়েকৰ করুণ বিলাপত ধৃষ্টদ্যুম্নৰ হৃদয় বিদাৰি গ'ল। জ্বলাজুইত ঘিউ ঢালি দিয়াৰ দৰে তেওঁৰ ক্রোধাগ্নি জ্বলি উঠিল। তেওঁ সিংহৰ দৰে গৰ্জ্জন কৰি কবলৈ ধৰিলে, "ভনীটী নেকান্দিবা, মোৰ কান্ধৰ ওপৰত মূৰটো থকালৈকে কোনেও তোমাৰ গাৰ নোম এডালো স্পর্শ কৰিব নোৱাৰে। সিদিনা কৌৰবৰ ভাগ্য বৰ ভাল আছিল। তোমাক যাতনা দিয়া সময়ত মই সেই সভাত উপস্থিত থাকিলে মানুহে পগলা কুকুৰ, শিয়াল আদিক নির্দ্দয় ভাবে বধ কৰাৰ দৰে ময়ো কৌৰব বংশক এফালৰ পৰা গদাৰে কোবাই কোবাই নিষ্ঠুৰভাবে বধ কৰিলোঁহেঁতেন। দুষ্টৰ দমন সন্তৰ পালন ক্ষত্রিয়ৰ ধৰ্ম্ম। অৱলা আৰু দুৰ্ব্বলক ৰক্ষা কৰিব নোৱাৰিলে ক্ষত্রিয়ৰ ধৰ্ম্ম নষ্ট হয়। পাণ্ডৱৰ বীৰত্ব জগত বিখ্যাত, দ্বিতীয় পাণ্ডব ভীম সেন জগত বিখ্যাত বীৰ। তেওঁৰ গদাৰ কোবত লক্ষ লক্ষ বীৰৰ মূৰ গুৰি হৈ গৈছে। ৰাজ চক্রবর্ত্তী ৰজা জৰাসন্ধ, যাৰ অত্যাচাৰ সহিব নোৱাৰি শ্ৰীকৃষ্ণই মথুৰাৰ পৰা গৈ সাগৰৰ মাজৰ দ্বাৰকাত আশ্রয় লৈছে, সেই জৰাসন্ধকো ভীমে বধ কৰিছে। মহাধনুৰ্দ্ধৰ অৰ্জ্জুনে অকলে ইন্দ্রক পৰাজয় কৰি খাণ্ডব দাহ কৰাই অগ্নিক ৰোগ মুক্ত কৰিলে। সেই হেন বীৰ সকলে সত্যপালনৰ নামত কাপুৰুষতাক প্রশ্রয় দিছে। কপট, কুবুদ্ধি খল শকুনি আৰু দুৰ্য্যোধনৰ প্ৰৱঞ্চনা মূলক পাশা খেলত কোনো সত্য নাছিল। গতিকে সেই সত্য পালনৰ কোনো যুক্তি নাই। কাল সৰ্প কৌৰবক গাখীৰ খুৱাই সিহঁতৰ বিষ আৰু বংশ বৃদ্ধি হবলৈ দিয়া অনুচিত। তেৰ বছৰৰ পাছত সিহঁতৰ শক্তি বহু বৃদ্ধি হব। সেই কাৰণে আৰু পলম নকৰি এতিয়াই কৌৰবক ধ্বংশ কৰা উচিত। মোক অনুমতি দিলে পাপিষ্ঠ কৌৰব বংশ এই মুহূর্ত্তেতে ধ্বংশ কৰিব পাৰোঁ।" ধৃষ্টদ্যুম্নৰ কথা শুনি যুধিষ্ঠিৰ আৰু শ্ৰীকৃষ্ণৰ বাহিৰে আন সকলোৱে হর্ষধ্বনি কৰি উঠিল।

দ্ৰৌপদীৰ বাক্য-বাণতেই ভীম আৰু অৰ্জ্জুনৰ কটা ঘাত কলাখাৰ ঢালি দিয়াৰ দৰে হৈ আছিল, ধৃষ্টদ্যুম্নৰ কথাশুনি সেই কটাঘাৰ ওপৰতে লোণ চতিয়াই দিয়াৰ দৰে চেঙালুটি পৰি উঠি ভীমে মহা ক্রোধ কৰি



যুধিষ্ঠিৰক কবলৈ ধৰিলে, "দাদা তোমাৰ কাৰণেই আমাৰ যত মানে দুখ হৈছে। জতু-গৃহত পুৰি মাৰিব খোজাৰ পৰা আৰম্ভ কৰি কৌৰবে আমাক হিংসা কৰি কিমানবাৰ হত্যা কৰিবলৈ চেষ্টা কৰিছে, তুমি সকলো জানা। আমি তাৰ প্রতিশোধ লব খুজিলে তুমি বাধা দিয়া। তুমি পাশা খেলাই ৰাজ্য ধন সকলোকে হাৰিলা। তাতো আপত্তি নকৰোঁ। পাশাৰ পণত হাৰি আমাক দুৰ্য্যোধনৰ কৃতদাস কৰি দিলা, তাকো আমি তোমাৰ আজ্ঞাবহ হিচাবে মানি লৈছোঁ। কিন্তু দ্রুপদ নন্দিনী পাণ্ডুৰজাৰ বোৱাৰী ইন্দ্রপ্রস্থৰ ৰাজ-ৰাজেশ্বৰী দ্ৰৌপদীক কুলাঙ্গাৰ নৰাধম দুৰ্য্যোধনে দিয়া যাতনা আৰু অপমান আৰু সহ্য নহয়। এই মুহূর্ত্তেতে কৌৰবক বুন্দামাৰ কৰোঁগৈ। মোৰ গদাৰ কোৱত গিৰি হিমালয় বিদীর্ণ হয়। ৰাজ চক্রবর্ত্তী জৰাসন্ধ ৰজাক, এই দুই হাতেৰে বিৰিণা পাত ফলাদি ফালি মাৰিলোঁ। কৌৰৱক মাৰিবলৈ হাতীয়ে মাখি মৰাৰ দৰেও মোৰ শ্ৰম নহব। সিহঁতক মই পিপৰা মৰাৰ দৰে ভৰিৰে পিহি মাৰিম।" এই বুলি কৈ ভীমসেনে গদা লৈ মূৰৰ ওপৰত ঘূৰাবলৈ ধৰিলে। ক্ষত্রিয় বীৰ সকলে আনন্দেৰে ৰণধ্বনি দিবলৈ ধৰিলে। অৰ্জ্জুনে বীৰ-দৰ্পে গাণ্ডিব ধনুত গুণ লগাই তঙ্কাৰী উঠি কবলৈ ধৰিলে "মোৰ এই গাণ্ডিব ধনুৰ শৰত কৌৰব শিমলুৰ তুলা উৰোৱা দিব। হস্তিনাপুৰত তেজৰ নদী বব। আজি কৌৰৱক নির্ব্বংশ কৰিহে মই ফিৰিম।" এই বুলি কৈ অৰ্জ্জুনে শৰ বাচি বাচি তুণত ভৰাবলৈ ধৰিলে। ভীম, অৰ্জ্জুন যুদ্ধলৈ উদ্যত হোৱা দেখি নকুল, সহদেৱ আৰু ধৃষ্টদ্যুম্নকে আদি কৰি ইষ্ট মিত্র বন্ধু বান্ধৱ ক্ষত্রিয়বীৰ সকলে নিজৰ নিজৰ অস্ত্র-শস্ত্র লৈ যুদ্ধলৈ সাজু হল, ৰণ ভেৰী বাজি উঠিল।

এনেতে শ্ৰীকৃষ্ণই যুধিষ্ঠিৰৰ অনুমতি লবৰ কাৰণে ভীমক ইঙ্গিত দিলে। তেতিয়াহে ভীমৰ সম্বিত ঘূৰি আহিল। তেওঁলোকে যে ধৰ্ম্মৰাজৰ বিনা অনুমতিত এখোজো আগ নাবাঢ়ে তেতিয়াহে তেওঁৰ মনত পৰিল। ভীমসেন অলপ সুস্থিৰ হৈ জিজ্ঞাসু দৃষ্টিৰে যুধিষ্ঠিৰৰ ফালে চালে।

যুধিষ্ঠিৰে শকুনিৰ লগত পাশা খেলত বাৰবছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাসৰ পণ কৰি খেলত হাৰি চাৰি ভাই দ্ৰৌপদী আৰু ধৌম্য পুৰোহিতক লগত লৈ বনলৈ আহি ; বনত ঋষি মুনি সকলৰ লগত সদালাপ আৰু আধ্যাত্মিক আলোচনা কৰি মনৰ আনন্দত আছিল। ইন্দ্ৰপ্ৰস্থৰ ৰাজ অট্টালিকা আৰু ৰাজ সিংহাসনতকৈ অৰণ্যৰ তৃণ কুটীৰ আৰু তৃণশয্যা তেওঁৰ মনত অধিক সুখদায়ক হৈছিল। তেওঁ ইন্দ্ৰপ্ৰস্থ ৰাজ্যৰ পৰিবৰ্ত্তে সন্ত সাধু সকলৰ সৈতে বনবাসতেই এখন ধৰ্ম্ম ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। দ্ৰৌপদীৰ গঞ্জনাত সভাত উপস্থিত সকলোৱে উত্তেজিত হৈ অস্থিৰ হৈছিল যদিও যুধিষ্ঠিৰে ধীৰ-স্থিৰ ভাবে মৌনঅবলম্বন কৰি আছিল। তেওঁ ভীমৰ আশয় বুজি পাই কবলৈ ধৰিলে,—"মৰমৰ ভাইহঁত, তোমালোকে নিজৰ ইচ্ছামতে য'লৈকে ইচ্ছা, ত'লৈকে যাব পাৰা, যি কৰিব খোজা তাকে কৰিব পাৰা। তাত মোৰ কোনো আপত্তি নাই। মোৰ লগত থাকি তোমালোকে বিশেষকৈ দ্ৰৌপদীয়ে অশেষ কষ্ট পাইছে। তোমালোক চাৰি ভাই, দ্ৰৌপদী, ধৃষ্টদ্যুম্ন আদি আত্মীয় সকলৰ সৈতে ইন্দ্ৰপ্ৰস্থলৈ গৈ ৰাজত্ব কৰাগৈ। কিন্তু মই বাৰবছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিহে নিজ ৰাজ্যলৈ উভতিম। কৌৰৱৰ লগত পাশা খেলোঁতে সত্য কৰি বাৰবছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাসৰ পণ ৰাখি সেই পণত হাৰিছোঁ যেতিয়া সেই সত্য পালন কৰিবই লাগিব। পূৰ্ব্বে অযোধ্যাৰ ৰজা শ্ৰীৰামচন্দ্ৰই পিতৃসত্য পালন কৰি চৈধ্য বছৰ বনবাস খাটিছিল। নিজপুত্ৰ ভৰতক ৰাজ্য দিবৰ কাৰণে কৈকেয়ী ৰাণীয়ে দশৰথ ৰজাক সত্যত আবদ্ধ কৰি শ্ৰীৰামচন্দ্ৰক বনবাসলৈ পঠাইছিল। কিন্তু সেই ভৰতে যেতিয়া ৰামৰ ওচৰলৈ গৈ মাকৰ দোষৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰি ৰামক অযোধ্যালৈ ফিৰি আহি অযোধ্যাৰ ৰাজ সিংহাসনত বহিবলৈ অনুনয় বিনয় কৰিছিল তেতিয়াও শ্ৰীৰামচন্দ্ৰই সত্য লঙ্ঘন নকৰিলে। গতিকে সত্য পালন মানুহৰ কৰ্ত্তব্য! সত্যৰ কাৰণেই পূব দিশত সূৰ্য্যোদয় হয় আৰু পশ্চিমত



মাৰ যায়। মই ৰাজ্য, ধন, স্ত্ৰী, পুত্ৰ, ভাই, বন্ধু-বান্ধৱ সকলোকে পৰিত্যাগ কৰিব পাৰিম, কিন্তু সত্যক এৰিব নোৱাৰিম। সত্য পালন কৰোঁতে যিমান যাতনাই নহওঁক, মই অকাতৰে সহিব পাৰিম। সত্য পালনত যদি মোৰ মৃত্যু হয় সিওঁ মোৰ কাম্য।"

যুধিষ্ঠিৰৰ কথাত সমাজখন কাঁহ পৰি জীণ গল।

## (২) শৰণাগত-ৰক্ষা

ধৰ্ম্মৰাজ যুধিষ্ঠিৰে কাম্য বনত ঋষিমুনি সকলৰ লগত সভা পাতি ধৰ্ম্মআলোচনা কৰি আছিল। এনেতে বহু দূৰৰ হাই-উৰুমিৰ ধ্বনি আহি তেওঁৰ কাণত পৰিল। যুধিষ্ঠিৰে ভীমক কলে, "ভাই বৃকোদৰ, এই হাই-উৰুমি কৰা মানুহবোৰ কোন, আৰু কিয় এনে দৰে হাই-উৰুমি কৰিছে, তাৰ অনুসন্ধান লৈ আহাগৈ।" যুধিষ্ঠিৰৰ কথা শুনি ভীমে এক অতি উচ্চ বৃক্ষত আৰোহণ কৰি, ৰথৰ ধ্বজা পতাকাৰ চিন দেখি কৌৰৱৰ সেনা বুলি বুজিব পাৰি যুধিষ্ঠিৰক কলেগৈ, "দাদা পাপিষ্ঠ কৌৰৱৰ বিশাল বাহিনী সাগৰৰ ঢৌ উজাই অহাৰ দৰে আমাৰ এই ফালে আগবাঢ়ি আহি আছে। দুৰ্য্যোধনে কপট পাশা খেলাই আমাৰ ৰাজ্য ধন সকলো কাঢ়ি লৈ আমাক বনবাসী কৰিও সন্তোষ পোৱা নাই। এইবাৰ আমাক বধ কৰি নিষ্কণ্টক হব খুজিছে। সেই কাৰণে সিহঁতে এই সামৰিক অভিযান চলাইছে।"

যাপ্য ৰোগবোৰ দিন পলম হয় মানে বাহিৰৰ প্ৰকাশ কমি ভিতৰত ফল্গু নদীৰ দৰে বৈ থাকে ; সাধাৰণ অপথ্য পৰিলেই বাহিৰত ভীষণ ভাবে প্ৰকাশ হৈ ৰোগীক ব্যতি-ব্যস্ত কৰে। পাণ্ডৱে বনবাসত সন্তলোক সকলৰ লগত সাত্ত্বিক আলোচনাত ব্যস্ত থাকি তেওঁলোকৰ মনৰ দুখ যাতনা আদি পাতলাই সন্তোষ মনেৰে আছিল যদিও, কৌৰৱে বাৰে বাৰে দিয়া দুখ আৰু অপমান মনত পৰি ক্ৰোধাগ্নি জ্বলি উঠাত অৰ্জ্জুনে কবলৈ ধৰিলে,—"দুৰ্য্যোধনৰ পাপ আজি পূৰ্ণ হৈছে। সেই পাপ-বৃক্ষৰ বিষময় ফল আজিহে ফলিব। মৰণ কালত পিপৰাৰ

পাখি গজি আকাশলৈ উৰাব খোজে, কিন্তু সিহঁত চৰাই চিৰকতিৰ পেটলৈহে যায়। আজি কৌৰৱৰ মৰণ পাখি গজিছে। সিহঁত আজি গাণ্ডিৱৰ শৰত শিয়াল, কুকুৰ, শগুন, কাউৰীৰ পেটলৈ যাব। "দ্ৰৌপদীও পূৰ্ব্বৰ অপমানৰ কথা মনত পৰি অস্থিৰ হ'ল। যুধিষ্ঠিৰৰ সহনশীলতাৰ প্ৰশ্ৰয় পাই কৌৰৱৰ অত্যাচাৰ দিনে দিনে বৃদ্ধি হোৱা বুলি গৰিহা-দি দ্ৰৌপদীয়ে কান্দিবলৈ ধৰিলে। যুধিষ্ঠিৰে নানা যুক্তিপূৰ্ণ সুমধুৰ প্ৰবোধ বাক্যেৰে দ্ৰৌপদীক শান্ত্বনা দিবলৈ ধৰিলে।

পাঁচ পাণ্ডৱ কপট পাশাত হাৰি বনবাসলৈ যোৱাত হস্তিনাপুৰ আৰু ইন্দ্ৰপ্ৰস্থ দুয়োখন ৰাজ্যৰ ৰজা হৈ দুৰ্য্যোধন বিপুল বিভৱৰ অধিকাৰী হল। কিন্তু সেই বিৰাট ঐশ্বৰ্য্য আৰু অমৃততুল্য ৰাজভোগেও তেওঁক তৃপ্তি দিব নোৱাৰিলে। ক্ৰুৰ স্বভাৱৰ দুৰ্য্যোধনে পাণ্ডৱৰ বৈৰীতাৰ কথাকে চিন্তা কৰি দিনে ৰাতি পাণ্ডৱক কেনেকৈ নিৰ্ম্মূল কৰিব পাৰি তাকেই চিন্তা কৰি আছিল। এদিন কৰ্ণ আৰু শকুনীক লগত লৈ মন্ত্ৰণা কৰোঁতে শকুনিয়ে দুৰ্য্যোধনক কলে, "বোপা কুৰু-বংশত তোমাতকৈ ডাঙৰ ৰজা নাছিল আৰু আগলৈও নহব। তোমাৰ সম্পদ ইন্দ্ৰতকৈও অধিক। কিন্তু তোমাৰ এই ঐশ্বৰ্য্য সফল হোৱা নাই। যি সম্পদ আৰু বল-বীৰ্য্য শত্ৰুগণে নেদেখে সেই সম্পদ আৰু শক্তি নিস্ফল। আনফালে ঋণৰ শেষ, ব্যাধিৰ শেষ আৰু শত্ৰুৰ শেষ ৰখা ভাল নহয়। গতিকে পাণ্ডৱহঁতক যি কোনো উপায়ে বধ কৰিবই লগিব। পাণ্ডৱহঁত বনবাসৰ দুখত, খাব নাপাই শুকাই-ক্ষিণাই আধা-মৰা হৈ আছে। তোমাৰ এই বিপুল বৈভৱ, তোমালোকৰ শৰীৰৰ কান্তি আৰু সামৰিক শক্তি দেখা পালে সিহঁত অনুশোচনাৰ দাহতে মৰিব। যদি তুমি ভাল দেখা মই এটা কথা ভাবিছোঁ। সেয়ে হলে এটা দলিতে দুটা পক্ষী মৰিব। শুনিবলৈ পাইছোঁ পাণ্ডৱহঁত প্ৰভাস তীৰ্থৰ ওচৰৰ কাম্য বনত আছে। আমি সসৈন্যে প্ৰভাস তীৰ্থলৈ গলে তীৰ্থ-স্নানৰ পুণ্য আৰু বিলাস ভ্ৰমণৰ সুখ পাম। দ্বিতীয়তে মহামূল্যবান হীৰা মুক্তা বস্ত্ৰ অলঙ্কাৰেৰে



বিভূষিতা পুৰনাৰী সকল আমাৰ লগত গলে দ্ৰৌপদীক সম্ভাষণ জনোৱাৰ চলেৰে আমাৰ তেজ আৰু শ্ৰী সিহঁতক দেখুৱালে, সিহঁতক দহি-পুৰি মাৰিব। যদি সিহঁতে মনৰ দাহত আমাক ক্ৰোধ দেখুৱাই আমাৰ সুবিধা হব। আমি সেই অজুহাত দেখুৱাই সহায় সাৰথিবিহীন খাব নোপোৱা দুৰ্ব্বল পাঁচ পাণ্ডৱক সেই মুহূৰ্ত্ততে বধ কৰি তোমাক চিন্তা মুক্ত কৰিম। কিন্তু মোৰ মতে ভীষ্ম, দ্ৰোণ আৰু কৃপাচাৰ্য্যক এই খবৰ জনাব নালাগে। তেওঁলোকে কৌৰৱৰ চাউল খাই, পাণ্ডৱৰ গুণ গাই।" শকুনিৰ কথাত কৰ্ণয়ো সন্মতি দিয়াত দুৰ্য্যোধনে আনন্দিত হৈ সেই মতে সাজ-সজ্জা কৰি অস্ত্ৰ-শস্ত্ৰ লৈ সসৈন্যে তীৰ্থ স্নানলৈ যাত্ৰা কৰিলে।

সামৰিক বেশেৰে দুৰ্য্যোধনে বনাগমনৰ ৰহস্য ভেদ কৰিব নোৱাৰি পাঁচ-পাণ্ডৱে উৎকণ্ঠিতভাবে পূৰ্ব্বৰ পীড়াদায়ক স্মৃতিবোৰ মনত পৰি তাকেই ৰোমন্থন কৰি আছিল। সেই সময়ত এজন দূত আহি যুধিষ্ঠিৰক সেৱা জনালে। ধৰ্ম্মৰাজে দূতক যথাযোগ্য সম্ভাষণ জনাই, তেওঁ ক'ৰ পৰা কি কাৰণত আহিছে সুধিলে। দূতে কৰযোৰে কবলৈ ধৰিলে, "মহাৰাজ, মই মহাৰাজ দুৰ্য্যোধনৰ দূত। মহাৰাজ দুৰ্য্যোধনে সসৈন্যে মহিষী সকলক লগত লৈ বিলাস ভ্ৰমণ আৰু প্ৰভাস তীৰ্থ স্নানলৈ আহিছিল। আহোঁতে বাটত চিত্ৰসেন গন্ধৰ্ব্বৰ উদ্যান পাই কৌৰৱে উদ্যান ভাঙ্গি-ছিঙ্গি উৎখাত কৰিলে। ৰক্ষী সকলে বাধা দিয়াত, সিহঁতকে মাৰি-ধৰি নগুৰ-শাস্তি কৰিলে। ৰক্ষীৰ মুখে কৌৰৱৰ অত্যাচাৰৰ কথা শুনি চিত্ৰসেন গন্ধৰ্ব্বৰ ক্ৰোধাগ্নি জ্বলি উঠিল। ৰণলৈ আহি বাণ বৰ্ষণ কৰি দিনতে আকাশখন এন্ধাৰ কৰি পেলালে। গন্ধৰ্ব্বৰ বাণত অসংখ্য কৌৰৱ সৈন্য মৰিল। সৈন্যৰ তেজেৰে যুদ্ধ স্থলিত তেজৰ নদী বলে। বাকীবোৰ সৈন্য চকা-চৰাই উৰোৱাদি যেনিতেনি পলাল। কৰ্ণ, শকুনি, শাৱ জয়দ্ৰথ, দুৰ্য্যোধনৰ শত ভাই কিছু সময় তিষ্ঠি আছিল যদিও গন্ধৰ্ব্বৰ বিক্ৰম সহিব নোৱাৰি দুৰ্য্যোধনক অকলে এৰি আন সকলো বিলাক পলাই পত্ৰং দিলে। মহিষী সকল লগত থকা কাৰণে পলাব নোৱাৰি দুৰ্য্যোধনে প্ৰাণপণে

যুদ্ধ কৰিও গন্ধৰ্ব্বৰ হাতত বন্দী হ'ল। চিত্ৰসেন গন্ধৰ্ব্বই দুৰ্য্যোধনক বন্দী কৰি স্ত্ৰী সকলৰ সৈতে ৰথত তুলি গন্ধৰ্ব্ব পুৰীলৈ নিবৰ উদ্যোগ কৰাত আত্ৰাহি হৈ আপোনাৰ ভ্ৰাতৃবধূ সকলে মোক আপোনাৰ ওচৰলৈ পঠাই দিছে। মোক এইদৰে কবলৈ কৈ পঠাইছে যে, "ধৰ্ম্মৰাজৰ শ্ৰীচৰণত দাসী সকলৰ সেৱা জনাবা। আৰু কবা, আমাৰ স্বামীগণ চিৰদিন আপোনাৰ শ্ৰীচৰণৰ অপৰাধী কিন্তু আমি আপোনাৰ বংশৰ বোৱাৰী। গন্ধৰ্ব্বৰ হাতত আমাৰ জাতি-কুল মান ৰক্ষা নহলে আপোনাৰ কুলত কলঙ্ক হব। আমি ভয়তে আকুল হৈ আপোনাৰ শ্ৰীচৰণত শৰণ লৈছোঁ। আপুনি কুৰু কুলৰ মৰ্য্যাদা আৰু ভয়াতুৰা শৰণাৰ্থী কুলবধূ সকলৰ সন্মান ৰক্ষা কৰক! আপুনি আমাৰ স্বামী সকলৰ দোষৰ কাৰণে যদি বংশৰ বোৱাৰী সকলক উদ্ধাৰ নকৰে তেনেহলে আমাৰ এই কলঙ্কিনী জীৱন নাৰাখোঁ। সকলো তিৰোতাই বিহখাই প্ৰাণ ত্যাগ কৰিম।"

ভয়ঙ্কৰ নৰখাদক হিংস্ৰ জন্তুক নিৰ্দ্দয় ভাবে বধ কৰিলেও মানুহৰ দয়া নুপুজি আনন্দহে লাগে। সেইদৰে দূতৰ মুখে স্ত্ৰী সকলৰ সৈতে দুৰ্য্যোধনক গন্ধৰ্ব্বই বান্ধি নিয়া শুনি ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু দ্ৰৌপদীৰো আনন্দৰ সীমা নোহোৱা হ'ল। কিন্তু দয়াশীল যুধিষ্ঠিৰৰ শৰনাৰ্থিণী সকলৰ কাতৰ প্ৰাৰ্থনাত হিয়া পমি গ'ল। তেওঁ অৰ্জ্জুনক কলে" ভাই ধনঞ্জয়, তুমি চিত্ৰসেন গন্ধৰ্ব্বৰ হাতৰপৰা পটেশ্বৰী সকলৰ সৈতে দুৰ্য্যোধনক মুক্ত কৰি আনাগৈ।" যুধিষ্ঠিৰৰ কথাত হাহাকাৰ কৰি দ্ৰৌপদীয়ে কান্দি কান্দি যুধিষ্ঠিৰক কবলৈ ধৰিলে, "আপোনাৰ সাক্ষাততে কৌৰবে আপোনাৰ ভাৰ্য্যাক অমানুসিক অত্যাচাৰ কৰাতোঁ আপোনাৰ মনত কিঞ্চিতো দুঃখ নুপজিল, কিন্তু সেই পৰম শত্ৰুৰ স্ত্ৰী লাঞ্ছিতা হোৱাৰ ভয়ত আপুনি ব্যথিত হৈছে।" ভীম আৰু অৰ্জ্জুনে গৰ্জ্জি উঠি কবলৈ ধৰিলে, "মহাৰাজ, আপুনি আমাক এনেকুৱা অযুক্তিকৰ আদেশ নিদিব। কৌৰৱে আমাক আজন্ম হিংসা কৰিলে। আমি প্ৰতিকাৰ নকৰাকৈ সহি থাকোঁ। এতিয়া ধৰ্ম্মই সিহঁতৰ



কৰ্ম্মফলৰ প্ৰতিফল প্ৰদান কৰিছে। আমাৰ কণ্টক দূৰ হল। এতিয়া আমি নিজ ৰাজ্যলৈ গৈ প্ৰজা পালন কৰোগৈ।"

চাৰি ভাই আৰু দ্ৰৌপদীক প্ৰবোধ বাক্যেৰে শান্ত্বনা দি যুধিষ্ঠিৰে কবলৈ ধৰিলে। "ভাইহঁত, শৰণাগতক ৰক্ষা কৰা ক্ষত্ৰিয়ৰ প্ৰধান ধৰ্ম্ম। শত্ৰু-মিত্ৰ বিচাৰ কৰিলে কোনো ধৰ্ম্মই পালন কৰা নহয়। পৰম সঙ্কট কালতো যি সকলে ধৈৰ্য্য ধৰি স্থিৰ চিত্তে ধৰ্ম্ম পালন কৰিব পাৰে, তেওঁৰ ধৰ্ম্মহে সাৰ্থক। আমাৰ পৰম শত্ৰু দুৰ্য্যোধনৰ কথা পাহৰি ভয়াতুৰা শৰণাৰ্থিণী স্ত্ৰী সকলৰ কথাহে ভাবিব লাগিব। যদি আমি দুৰ্য্যোধনে কৰা হিংসাৰ কথা মনত পেলাই তাৰ প্ৰতিহিংসা পৰায়ণ হৈ ক্ষত্ৰিয়ৰ পৰম পৱিত্ৰ ধৰ্ম্ম শৰণাগতক ৰক্ষা নকৰোঁ, তেনেহলে আমি ধৰ্ম্ম ভ্ৰষ্ট হ'ম। সূৰ্য্য বংশৰ হৰিশ্চন্দ্ৰ ৰজাই শৰণাগত বিশ্বামিত্ৰ ঋষিৰ বন্দিনী অপ্চৰা সকলক মুক্তি দি বিশ্বামিত্ৰৰ ক্ৰোধত নিজৰ স্ত্ৰী, পুত্ৰ আৰু নিজে বিক্ৰি হৈ কৃতদাস ৰূপে থাকিও শৰণাগতক ৰক্ষা কৰিছিল। আনফালে কৌৰৱ আৰু আমি একে ঘৰৰ। আমাৰ ভিতৰত কন্দল হলেও সিহঁত এশ আৰু আমি পাঁচো একে ভাই। আনৰ লগত কন্দল হলে আমি এশ পাচ ভাই। তদুপৰি আমাৰ আগতে গন্ধৰ্ব্বই ভ্ৰাতৃবধূ সকলৰ সৈতে দুৰ্য্যোধনক বন্দী কৰি নিৰ লাগিলে তাৰ মনত অহঙ্কাৰ বাঢ়িব, সি কব, 'পাণ্ডবৰ আগতে সস্ত্ৰীক দুৰ্য্যোধনক বন্দী কৰি আনিলে ; কিন্তু পাণ্ডবে বাধা দিব নোৱাৰিলে।" সেই কাৰণে চিত্ৰসেন গন্ধৰ্ব্বই নিজপুৰী পোৱাৰ আগতে দুৰ্য্যোধনক মুক্ত কৰি আনাগৈ।"

যুধিষ্ঠিৰৰ আজ্ঞা পাই ধনঞ্জয়ে বায়ুবেগে গৈ গন্ধৰ্ব্বক আগভেটা দি, যুদ্ধত বন্দী কৰি দুৰ্য্যোধনৰ সৈতে আনি যুধিষ্ঠিৰৰ আগত উপস্থিত কৰালে। যুধিষ্ঠিৰে চিত্ৰসেন গন্ধৰ্ব্বৰ বন্ধন মুক্ত কৰি দি বিনয় বচনেৰে সন্তোষিত কৰি বিদায় দিলে। লগে লগে স্নেহ আৰু সুমধুৰ কথাৰে নানা হিতোপদেশ দি পত্নী সকলৰ সৈতে দুৰ্য্যোধনকো হস্তিনাপুৰলৈ পঠিয়াই দিলে।

# বান পানী আৰু মথাউৰি

অসমৰ বান পানীৰ সমস্যা অনাদি কালৰ। এই বান পানীৰ কাৰণেই অসম "সোণৰ অসম" নামে প্ৰখ্যাত। বহিৰাগত সকলেহে প্ৰথমতে অসমক "সোণৰ অসম" নামে অভিহিত কৰিছিল। তাৰ কাৰণ—তেওঁলোকে এৰি অহা ঠাইৰ তুলনাত অসমৰ মাটি অধিক সাৰুৱা আছিল। সোণ বৰণীয়া শস্যেৰে অসমৰ খেতি পথাৰ উপচি আছিল। অসমৰ নদীতো সোণ পোৱা গৈছিল। বহিৰাগত সকলৰ দ্বাৰা অসমৰ ভূমিৰ গুণ প্ৰচাৰ হোৱা কাৰণে নতুন নতুন বহিৰাগতৰ সোঁত আজিও অসমলৈ প্ৰবাহিত হৈ আছে।

## ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰকৃতি

ব্ৰহ্মপুত্ৰ উপত্যকাই অসমৰ মূল ভূভাগ। পশ্চিমৰ ঠেক ভূখণ্ডৰ বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাটোৰ তিনিও ফালে পৰ্ব্বত পাহাৰে আগুৰি আছে। উত্তৰ আৰু পূবত হিমালয় পৰ্ব্বত আৰু দক্ষিণত গাৰো, খাচিয়া, মিকিৰ উত্তৰ কাছাৰ আৰু নগা পাহাৰ, ভাৰতৰ উত্তৰ পূব অঞ্চল এই ব্ৰহ্মপুত্ৰ উপত্যকা আৰু ইয়াৰ চাৰিওফালৰ পৰ্ব্বত বোৰতেই পৃথিবীৰ ভিতৰত সকলোতকৈ বেছি বৰষুণ হয়। এই উত্তৰ পূব অঞ্চলতেই বছৰত ১৫০″ ইঞ্চিৰ পৰা ২৫০″ ইঞ্চিলৈ বৰষুণ হয়। ইয়াৰ সৰহ ভাগ বৰষুণেই জেঠ, আহাৰ আৰু শাওন মাহৰ ভিতৰতে হয়। অসম উপত্যকাৰ মাজেৰে বৈ যোৱা ব্ৰহ্মপুত্ৰ নদে উপনৈ সমূহৰ সৈতে লগ লাগি, অসম উপত্যকা আৰু ইয়াৰ তিনিও ফালৰ পৰ্ব্বত বোৰত হোৱা বৰষুণৰ পানী বুকুত লৈ বঙ্গ দেশৰ মাজেৰে গৈ সাগৰত পৰিছে।



## মথাউৰি বন্ধাৰ আগতে

মথাউৰি বন্ধাৰ আগতে এই পূৰ্ব্বাঞ্চলত বাৰিষাৰ দিনত যেতিয়া একে লেঠাৰিয়ে টান বৰষুণ হয় তেতিয়া তিনিওফালৰ বিশাল ঠাইৰ জলস্ৰোত জান জুৰিয়েদি বাগৰি আহি, ব্ৰহ্মপুত্ৰ আৰু উপনৈ সমূহ উপচি পৰি নদীৰ পাৰ বাগৰি খেতি পথাৰবোৰত বান পানী উঠিছিল। কিন্তু তেতিয়া বিস্তৃত অঞ্চলত পানী বিয়পিবপৰা কাৰণে সকলো ঠাইতে তৰঙা হিচাবে বানপানী উঠিছিল। চাৰিওফালে নদী নালা জান আদি খোলা আছিল। সেয়ে প্ৰতিবন্ধক নোহোৱাকৈ পানী বৈ গৈছিল কাৰণে বৰষুণ এৰাৰ লগে লগে নদীৰ পানী ভাতি দি খেতি পথাৰবোৰ জাগল দিছিল।

বানপানী ক্ষণস্থায়ী হোৱা কাৰণে মানুহে নদীৰ পাৰতো সকলো শস্যৰ খেতি কৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কিছুমান দ অঞ্চল বাৰিষা কালত পানীত তল গৈ আছিল যদিও সেই দ অঞ্চলৰ মানুহবোৰে পানীৰ ওপৰতে জীৱনযাত্ৰা নিৰ্ব্বাহ কৰাৰ ব্যৱস্থা কৰি লৈছিল। আগতীয়া আহু-ধান আৰু পানীয়ে মাৰিব নোৱাৰা বাওঁ-ধানৰ খেতি কৰি সেই লোকসকলে সুকলমে প্ৰবৰ্ত্তি আছিল। তেওঁলোকে যাতায়াতৰ কাৰণে নাও ৰাখিছিল। বাৰিষাকালত যাতায়াতত কিছু কষ্ট হৈছিল যদিও মাছ পাখীৰ আদি যথেষ্ট পৰিমাণে পোৱা গৈছিল কাৰণে আন সকলো প্ৰকাৰে তেওঁলোক সুখী আছিল।

## পলিমাটি

পৰ্ব্বত পাহাৰৰ বিশাল ভূ-খণ্ডক বৰষুণৰ পানীয়ে ধুই আনোতে সেই পানীৰ লগত গছ-গাছৰাৰ পচন সাৰ আৰু মাটি-মিহলি হৈ বৈ আহি পলিমাটি ৰূপে স্থিতি হৈ ক্ৰমে একো খণ্ড বিশাল ভূখণ্ডৰ সৃষ্টি কৰিছে। ব্ৰহ্মপুত্ৰ আৰু গঙ্গা নদীৰ পানীৰ লগত অহা পলি মাটিয়েই বঙ্গদেশৰ দক্ষিণ খণ্ড সৃষ্টি কৰা বুলি ভৌগোলিক সকলে প্ৰমাণ কৰিছে। ব্ৰহ্মপুত্ৰ উপত্যকাকো বানপানীৰ লগত অহা সেই পলি মাটিয়েই ক্ৰমে ওখ কৰি আহিছে। তাৰ প্ৰমাণ পুখুৰী খান্দোতে বহু ঠাইত

৬-৭ ফুট তলত গছৰ মূৰা পোৱা গৈছে। সেই পলি মাটিৰ লগত অহা পলি মাটিৰ গুণতেই একাদিক্রমে বহুকাল অসমৰ খেতি পথাৰত কোনো সাৰ নিদিয়াকৈ শস্য উৎপাদন কৰি থকা সত্বেও মাটিৰ উৎপাদিকা শক্তি হ্রাস পোৱা নাছিল। খেতি-পথাৰবোৰ চিৰ সেউজীয়া হৈ আছিল। কোনো বছৰ এটা খেতিত বানপানী উঠি দ ঠাইৰ কিছু শস্য অনিষ্ট কৰিলেও যিবিলাক খেতিত তৰঙা ভাবে পানী উঠা কাৰণে ৰক্ষা পৰিছিল তাৰ ফচল দুগুণ হৈছিল, আৰু তাৰ পাছৰ খেতিটোত সেই মাটিত দুগুণ ফচল হৈছিল। ইয়াৰ পৰা বুজা যায় বানপানীয়ে আমাৰ যি ক্ষতি কৰিছিল, তাতকৈ বেছি উপকাৰ সাধিছিল।

## মথাউৰি

আজি বিজ্ঞানৰ অগ্রগতিয়ে অসম্ভৱকো সম্ভৱ কৰিছে। হলেণ্ড আদি দেশে সাগৰত মথাউৰি বান্ধি স্থল ভাগ নিৰ্ম্মাণ কৰি মানুহৰ বসবাসৰ উপযোগী কৰি লৈছে। আমাৰ দেশে স্বাধীনতা পোৱাৰ পাছত অসমৰ লোকসকলে বানপানীৰ সমস্যাটো সমাধান কৰিবৰ কাৰণে আমাৰ জাতীয় চৰকাৰক আবেদন নিবেদন জনোৱাত চৰকাৰে অসমৰ নদীবোৰৰ দুয়োপাৰে বালি মাটিৰে মথাউৰি বান্ধি দিলে। কিন্তু মথাউৰি বন্ধাৰ পাছৰ পৰা বানপানীৰ সমস্যা সমাধান হোৱা দূৰৰ কথা প্ৰতিবছৰে ক্রমে জটিল হৈ হে আহিছে। মথাউৰি এতিয়া আমাৰ ভালুকৰ সাঙ্গি হৈছে।

এতিয়া মথাউৰি বোৰ এৰি দিলেও বিপদ, এৰি নিদি ক্রমে ওখকৈ বান্ধি থাকিলেও আগলৈ ভয়ঙ্কৰ বিপদ এটাহে চপাই লোৱা হব।

## মথাউৰিৰ পৰা লাভ

১। মথাউৰি বন্ধাৰ পৰা আগেয়ে বানপানী উঠা কিছুমান দ ঠাই বানপানীৰ পৰা ৰক্ষা পৰিছে।

২। মথাউৰি বন্ধা কামত কিছুমান লোকৰ কৰ্ম্ম সংস্থান হৈছে আৰু ঠিকাদাৰজাতীয় কিছুমান লোকৰ ব্যক্তিগত লাভ হৈছে।



## মথাউৰিৰ পৰা লোকচান

১। মথাউৰি বন্ধাৰ পাছৰ পৰা আগেয়ে বানপানী উঠা-ঠাইৰ কিছুমান শস্য ৰক্ষা পৰিছে যদিও আগেয়ে কোনো দিনে বানপানীয়ে অত্যাচাৰ নকৰা ঠাইত মথাউৰি ভাঙ্গি বহুতো খেতি পথাৰ বিনাশ কৰিছে।

২। আমাৰ অসমীয়া মানুহৰ খেতিৰ মাটিত সাৰ দিয়াৰ অভ্যাস প্ৰায় নাই বুলিলেই হয়। তাৰ কাৰণ মাজে মাজে প্ৰাকৃতিক সাৰ (পলিমাটি) পৰি খেতি পথাৰবোৰ নতুন নতুন কৰি আছিল। মথাউৰি বন্ধাৰ পৰা খেতি পথাৰলৈ বানপানী যাব নোৱাৰা কাৰণত পলিমাটি পৰিব নোৱাৰি মাটিৰ উৰ্ব্বৰা শক্তি ক্রমে কমি আহিছে।

৩। আগতে নদীৰ পানীয়ে খাল-বিল আনকি খেতিৰ পথাৰত মাছৰ সঁচ বিয়পাই দিছিল। সেয়ে বাৰিষা কালত খেতিৰ পথাৰতো অপৰ্য্যাপ্ত মাছ পোৱা গৈছিল। এতিয়া মথাউৰিৰ কাৰণে নদীৰ পানী খাল-বিল আদিৰ লগত সংলগ্ন হব নোৱাৰা কাৰণে মাছৰ সঁচ বৃদ্ধি হব নোৱাৰাত আজি মাছৰ মহাৰ্ঘতা উপস্থিত হৈছে।

৪। মথাউৰি বন্ধা মাটি আৰু নদীৰ দুয়ো পাৰে মথাউৰিৰ ভিতৰৰ বহু হাজাৰ বিঘা খেতিৰ উপযোগী মাটি আবদ্ধ কৰা হৈছে। ফলত খেতিয়কৰ খেতিৰ মাটি কমি গৈছে, যিয়ে খাদ্য অনাটনত বৰঙণি যোগাইছে।

৫। মথাউৰি বান্ধোতে অসংখ্য বাঁহ গছ আৰু ফলবান অন্যান্য গছ উচ্ছন্ন কৰা হৈছে। আমাৰ ৰাজ-ভঁৰালৰ পৰা যধে-মধে অসংখ্য টকা মথাউৰিৰ ক্ষতি পূৰণ হিচাবে দিয়া হৈছে আৰু ইয়াৰ মাজত দুৰ্নীতি প্ৰৱেশ কৰাৰ সুযোগ পাইছে। যাৰ ফলত ক্ষতিপূৰণ নাপাবলগাইও পাইছে আৰু পাবলগাইও পোৱা নাই। মথাউৰি বন্ধাৰ পাছৰ পৰা নদীৰ পানীৰ লগত অহা পলি মাটিৰ প্ৰাকৃতিক গতি বন্ধ হৈ নদীৰ সোঁত ধীৰ হোৱা অৱস্থাত নদীৰ দুয়ো পাৰৰ মথাউৰিৰ ভিতৰৰ ঠাই থিনি আৰু নদীৰ তলিত পলি মাটি পৰি ক্রমে ওখ হৈ আহিছে।

বৰ্ত্তমানে মথাউৰিৰ বাহিৰৰ পথাৰবোৰতকৈ নদীৰ তলি বহু ওপৰত উঠিছে। সেই কাৰণে বানপানী ভেটিবলৈ প্ৰতি বছৰ মথাউৰি ওখ কৰিব লগীয়া হৈছে। মথাউৰি বন্ধাৰ আগতে নদীৰ তলি গভীৰ আছিল। সেই কাৰণে ঢল আহিলেও সৰহ ভাগ পানী নদীৰেই বৈ গৈছিল। নদীৰে বৈ যাব নোৱাৰা অতিৰিক্ত পানী খিনিহে এটা বিস্তীৰ্ণ অঞ্চলত তৰঙুৱা হিচাবে বিয়পি পৰা কাৰণে ৰাইজৰ বেছি অনিষ্ট হোৱা নাছিল। কিন্তু মথাউৰি বন্ধাৰ পাছৰ পৰা নদী তৰাং হোৱা কাৰণে বেছি পানী বৈ যাব নোৱাৰা হয়। নদীত ঢল আহিলে কোনো কালে বাহিৰ হব নোৱাৰি পানী উপচি মথাউৰিৰ ওপৰেদি বাগৰি মথাউৰি ভাঙ্গি পেলায়। বহু ক্ষেত্ৰত বালি আৰু কোমল মাটিৰে বন্ধা মথাউৰিয়েদি পানী নিগৰি মথাউৰি ভাঙ্গি যায়। সেই কাৰণে নদীৰ ঢল আহিলে, নদী-পৰীয়া মানুহ বোৰে মথাউৰিৰ ওপৰতে "ৰাহা-ৰাতি" খপিব লগীয়া হয়। যিবিলাক ঠাইত মথাউৰি ভাঙ্গি বানপানীৰ সৃষ্টি হয় তাত পানীবোৰ ওপৰৰ পৰা তলত পৰা গতিকে প্ৰায় গোটেই নদীটোৰেই পথাৰত উবুৰি খাই পৰে। সেই কাৰণে আগৰ বানপানীতকৈ মথাউৰি ভাঙ্গা বানপানীৰ ক্ষতি শতগুণে বৃদ্ধি হৈছে, নদীৰ মথাউৰি ভাঙ্গি বানপানী সৃষ্টি হোৱা ঠাইৰ ৰাইজৰ দুখ-দুৰ্দ্দশা বৰ্ণনাতীত। এইদৰে সৃষ্টি হোৱা বানপানীত যে কিমান মানুহৰ ঘৰ দুৱাৰ আৰু গৃহপালিত জীৱজন্তু উটি গল আৰু কিমান শস্যৰ ক্ষতি হল তাৰ সঠিক হিচাব বোধ হয় কোনেও দিব নোৱাৰে। ওচৰা-ওচৰিকৈ কেবাটাও নদীৰ মথাউৰি বন্ধা কাৰণে, বাট পথ বোৰত যথেষ্ট পানী যোৱা বাট-নথকা কাৰণে, আৰু মথাউৰি বোৰত পানীদুৱাৰ নথকা কাৰণে এটা অঞ্চলত এবাৰ বানপানী সোমালে নদীৰ পানী ভাটি দিলেও সেই পানী জাগল দিওঁতে বহুদিন লাগে। কোনো কোনো অঞ্চলত সেই পানী বাৰিষাৰ ছয় মাহ এটা হ্ৰদৰ দৰে হৈ থাকে। নলবাৰীৰ বৰভাগ অঞ্চলতেই তেনেকুৱা হয়। পানী শুকালে দেখা



যায় যে নদীৰ কাষৰ বান পানী উঠা সেই পথাৰবোৰ বিশাল বালিময় মৰুভূমিত পৰিণত হৈছে। পাগলাদিয়া নদীয়ে মইৰাড়ঙা, খানাজান, বালিলেছা আদি ঠাইত মাথাউৰি ভাঙ্গি বালিময় মৰুভূমিৰ সৃষ্টি কৰিছে।

### নদীৰ গতি সলনি

মথাউৰি বন্ধাৰ আগতে নদীৰ কাষৰ অঞ্চলবোৰত বানপানী উঠি পলি মাটি পৰি পৰি ক্ৰমে ওখ হলে নদীয়ে গতি সলনি কৰি আন এটা দ অঞ্চলৰ মাজেৰে বৈ গৈছিল। নদীবোৰে গতি সলনি কৰি ঠাইবোৰ ন পুৰণি কৰি আমাৰ উপত্যকাটো ক্ৰমে ওখ কৰি আহিছে। কিন্তু মথাউৰি বন্ধাৰ পাছৰ পৰা নদীবোৰে মথাউৰি ভাঙ্গি দ অঞ্চলেৰে বৈ গলেও প্ৰকৃতিৰ গতিত বাধা দি আৱশ্যক হলে ওখ কৰি আৰু দৃঢ়ভাবে মথাউৰি বান্ধি জোৰকৈ ওখ অঞ্চল দিয়েই নদীটো বোৱাই দিয়া হয়। প্ৰমাণ স্বৰূপে পাগলাদিয়া নদীয়ে পশ্চিম পাৰৰ কেহেৰুৱা নামে ঠাইত কেইবাবাৰো মথাউৰি ভাঙ্গি দ অঞ্চল এটাৰ মাজেৰে দক্ষিণ পশ্চিম মুৱা হৈ বৈ গৈছিল। প্ৰায় এবছৰ পুৰণি সুঁতিটো শুকাই যোৱাৰ পাছত চৰকাৰে নতুন সুঁতিটো দৃঢ়ভাবে বান্ধি ওখ অঞ্চলৰ পুৰণি সুঁতিৰেই নদীটো জোৰকৈ বোৱাই দিয়াৰ ফলত নতুন নতুন ঠাইত মথাউৰি ভাঙ্গি ৰাইজৰ অপৰিসীম ক্ষতি কৰিছে। কিন্তু পাগলাদিয়া নদী দ অঞ্চলেৰে বৈ যোৱা সময়ত সেই অঞ্চলৰ খেতি পথাৰত কিছু পানী উঠিছিল যদিও সেই ক্ষতি ওখ অঞ্চলৰ ক্ষতিৰ তুলনাত সামান্যহে হৈছিল।

### ভৱিষ্যৎ ভয়াবহ

আমাৰ ৰাজ্য চৰকাৰে আৰু কেন্দ্ৰীয় চৰকাৰে বহুবছৰ আগৰ পৰা বানপানীৰ সমস্যাটো সমাধান কৰা হব বুলি, কেছুৱাক কল দিম বুলি ভুকুকোৱাৰ দৰে আশ্বাস দি আহিছে। কিন্তু আজিলৈকে

বানপানী প্ৰতিৰোধৰ কাৰণে মথাউৰিৰ বাহিৰে আন কোনো ব্যৱস্থা হাতত লোৱা নাই। কেই বছৰমান আগতে শুনা গৈছিল যে নদীবোৰ নিয়ন্ত্ৰণ কৰা হব আৰু নদীৰ তলিবোৰ ড্ৰেজাৰেৰে খান্দি নদীবোৰ গভীৰ কৰা হব। কিন্তু এতিয়ালৈ তাৰ কোনো কাম আৰম্ভ কৰা নাই। এইবাৰ ১৯৭০ চনৰ বানপানীত কেন্দ্ৰীয় চৰকাৰে ব্ৰহ্মপুত্ৰ আয়োগ গঠন কৰি দিছে। আয়োগে বানপানী নিয়ন্ত্ৰণৰ কাৰণে হ্ৰস্ব ম্যাদী আৰু দীৰ্ঘ ম্যাদী দুই প্ৰকাৰৰ ব্যৱস্থা লোৱাৰ সিদ্ধান্ত কৰিছে। আমাৰ চৰকাৰে দীৰ্ঘ ম্যাদী পৰিকল্পনা দীৰ্ঘ-সূত্ৰী কৰি হ্ৰস্ব ম্যাদী পৰিকল্পনাৰে মথাউৰিবোৰ ওখকৈ বান্ধি থাকিলে নদীৰ তলিও ওপৰলৈ উঠি থাকিব। সোনকালে বিকল্প ব্যৱস্থা নকৰি যদি দূৰ ভৱিষ্যতলৈ মথাউৰিয়েদি আমাক আভুৱাভাঁৰি থাকে তেনেহলে মথাউৰিয়ে আমাক এটা অতি সংকটজনক অৱস্থাত পেলাব।

মথাউৰি যিমানেই শক্তিশালী নহওক, পানীৰ ভীৰ পৰিলে মথাউৰি ভাঙিবই। যদি অতি ওখকৈ বন্ধা অৱস্থাত মথাউৰি ভাঙে; তেনেহলে বহু ওপৰৰ পৰা পানী তললৈ পৰা কাৰণে পানীৰ সোঁত হব অতি প্ৰবল আৰু ই সেই ঠাইৰ গাওঁনগৰ আদি খান্দি উটুৱাই লৈ যাব। সেই বানপানীয়ে বৰ্ত্তমান মথাউৰি ভাঙি হোৱা বানপানীতকৈও বাইজৰ অধিক ক্ষতি সাধন কৰিব, জন-জীৱন ক্ৰমে ক্ৰমে অধিক বিপন্নহে হব।

## সামৰণি

আমি শুনিবলৈ পাইছোঁ যে বানপানীয়ে সৃষ্টি কৰা বিপদবোৰক আধুনিক বিজ্ঞানে সম্পদলৈ ৰূপান্তৰিত কৰিব পাৰে। নদীবোৰ গুৰিতেই নিয়ন্ত্ৰণ কৰি তাৰপৰা বিদ্যুৎ উৎপাদন, মীন মহল আৰু নদীৰ পানী বিভক্ত কৰি সৰু সৰু ডোঙত ভাগ কৰি লৈ খেতিৰ পথাৰত পানীৰ যোগান ধৰিলে খেতিৰ প্ৰভূত



উন্নতি সাধিবও পাৰে। পানী যে বিপদ নহৈ সম্পদ হে, সিন্ধুনদৰ পানীৰ কাৰণে ভাৰত আৰু পাকিস্থানৰ টনা-আজোৰাই তাৰ প্ৰমাণ। যদি আমাৰ চৰকাৰে সৰ্ব্বাত্মক নদী আৰু বানপানী নিয়ন্ত্ৰণৰ কাৰণে অনিচ্ছুক নাইবা অপাৰগ হয় তেনেহলে প্ৰাকৃতিক গতিত নদীবোৰক দ অঞ্চলেৰে বৈ যাব পৰাকৈ মুকলি কৰি দিয়াই উচিত হব। কাৰণ প্ৰতিবছৰে ৰাইজক ক্ৰমবৰ্দ্ধিত ৰূপত জীয়াতু ভুগাই জীৱন্তে মৃত্যু যন্ত্ৰণা ভুগোৱাৰ অধিকাৰ চৰকাৰৰ নাই।

"ককা, ইমান দিনৰ মূৰত আজিনো বাটটো চিনিলে কেনেকৈ? কত চিঠি আৰু বতৰা পঠালোঁ, কেৱল 'আহিম', 'আহিম'। আমালৈ পাহৰা বুলিহে ভাবিছিলোঁ! পূজাৰ সময়ত আহিব বুলি লেখিলে। বাটলৈ চাওঁতে চাওঁতে আমাৰ চকু বিষালে। পূজা যোৱাৰো দুমাহ পাৰ হ'ল।"

"ৰ'বা দেবেন্দ্ৰ! মোকো দু আষাৰ কবলৈ দিয়া। অকল তুমিয়ে কৈ থাকিবা জানোঁ?"

"আপুনি কি ক'ব মই জানোঁ।"

"তেন্তে কোৱাচোন কি ক'ম।

"আপুনি ক'ব,—নানা কামৰ লেঠাত আজৰিয়ে নাপায়, ক'লৈকে যাব নোৱাৰে, আৰু বহুতো তেনে ধৰণৰ কথা। নহয় জানোঁ?"

"তুমি ঠিকেই কৈছা। কিন্তু পিপৰা বিলাক বিনা কাৰণে বগাই ফুৰে বুলি ভাবোঁ যদিও আচলতে তেনে নহয়। কৰ্ম-প্ৰেৰণাতহে সিহঁতে তেনেকৈ বগায়। তেনেদৰে নানা সমস্যাৰ চাকনৈয়াই মানুহকো কৰি তোলে কৰ্মপ্ৰাণ, মনলৈ আনি দিয়ে উৎসাহ-উদ্দীপনা।

পূজাৰ সময়ত অহা কথা আছিল সচাঁ, কিন্তু কামকৰা লগুৱা ল'ৰাটো জ্বৰ উঠি ঘৰলৈ যোৱাত গৰু চোৱা আৰু খেতিপথাৰৰ গৰু-ছাগলী খেদাৰ দায়িত্ব পৰিল মোৰ ওপৰত। কেনেকৈ আহোঁ তুমিয়ে কোৱাচোন!"

"কিয়, মোমাইহঁতৰ এজনকেই দেখোন এইখিনি কামৰ দায়িত্ব দি আহিব পাৰিলেহেঁতেন।"

"সঁচা কথা, তুমি ঠিকেই কৈছা। কিন্তু উচ্চ শিক্ষালাভ কৰা



মোমায়েৰহঁতে গৰু-চৰোৱা, খেতি-চোৱা আদিৰ দৰে কামত চকু দিবলৈ লাজ কৰে। সিঁহত ব্যস্ত নিজৰ নিজৰ ৩ বা ৪শ টকীয়া চাকৰিক লৈ। চহৰৰ কলেজত সিহঁতক পঢ়ুৱাই ভুল হে কৰিলোঁ যেন পাওঁ। চহৰৰ আভিজাত্যৰ আদব-কায়দা, সাজ-পাৰ, চাল-চলন আদি শিকি আৰু জক্‌মকীয়া বিজুলিৰ পোহৰত থাকি, গাঁওৰ সমাজ, চাল-চলন আৰু কৰ্মপদ্ধতিয়ে সিহঁতক নুশুজা হৈছে। সিহঁত চাকৰি নিৰ্ভৰশীল। মাহেকত একোজনে ৩।৪ শকৈ দৰমহা পায় যদিও, ঘৰৰপৰা চাউল নিনিলে সিহঁতৰ চৰু আৰু জুইৰ ৰাহি নহা অৱস্থা হয়। কিন্তু মই কাৰো ওচৰত হাত নপতাকৈ চলি আছোঁ খেতিৰ ওপৰত নিৰ্ভৰ কৰিয়েই। খেতি পথাৰ, শাকনি আৰু তামোলবাৰীখন মোৰ মানত অক্ষয় বেংক স্বৰূপ। ইয়াৰ বলত মই সময়ে সময়ে বন্ধু-বান্ধৱক যি পাৰোঁ অলপ সহায় হে কৰোঁ। দৈনন্দিন জীৱনৰ কাৰণে আৱশ্যকীয় ধান, মাহ, সৰিয়হ, তৰি-তৰকাৰী আদি সকলোবস্তু পাওঁ খেতি পথাৰৰ পৰা, বাৰীৰ পৰা পাওঁ তামোল, পান, নাৰিকল, কল, আম, জাম, কঠাল, পনিয়ল, বাঁহ, গছ, ইত্যাদি সকলো বস্তু। নাউ-মোমায়েৰাই স্নাতক হৈ আজি এবছৰে চাকৰি বিচাৰি হাবাথুৰি খাইছে, নিবনুৱা বিনিয়োগ কেন্দ্ৰত নাম ভৰ্তি কৰি নিবনুৱাৰ সংখ্যা বঢ়াই নগৰে নগৰে ঘূৰি ফুৰিছে, অথচ কামে মোক জুমুৰি দি ধৰিছে। নিজে সামৰিব নোৱাৰি আন মানুহক দৰমহা দি কামত লগাবলৈ বাধ্য হৈছোঁ। এতিয়াও তাৰদৰে আৰু দুই-তিনিজনক মই কাম দিব পাৰোঁ। কিন্তু শিক্ষাপ্ৰাপ্ত যুৱক সিহঁতে কাম কৰিবলৈ লাজ কৰে। মই হলে জীয়াই থকা কালত শাৰীৰিক শ্ৰম আৰু খেতি-পথাৰক শ্ৰদ্ধা কৰিয়ে থাকিম, সকলো কাম আনন্দেৰে কৰিয়ে থাকিম। তেহেলৈ আনে যিহকেই নাভাবক। ঘৰ-গৃহস্থী মই অনাথিতি কৰি এৰিব নোৱাৰোঁ।

এতিয়া তুমি বোধ হয় বুজিব পাৰিছা, কি কাৰণে পূজাৰ সময়ত আহিব নোৱাৰিলোঁ। তথাপি ঢৌতে খঁৰ দি হলেও তোমাৰ জৰুৰী

চিঠি পাই নিশ্চয় আহিলোঁহেঁতেন। কিন্তু তোমাৰ দেউতাৰাই লেখা চিঠিৰ পৰা ঘৰত সকলোটি কুশলে থকা বুলি জানি, মই লাহে-সুস্থিৰে অহাকে ঠিক কৰিলোঁ।

এতিয়া কোৱাচোন তোমাৰ জৰুৰী চিঠিৰ মৰ্ম কি !"

"আপুনি যে দীঘলীয়া বক্তৃতা দি মোক ভুলাবলৈ যত্ন কৰিব তাক মই জানোঁ। মোৰ কথা শুনিলে যে আৰু কি নক'ব !"

"তুমি ভাল কথা কলে মই ভালহে পাম। এতিয়া কোৱাচোন তোমাৰ বক্তব্য কি ?"

"আমাৰ গাঁওৰ সকলোবিলাক ছাত্ৰই যুৱক সংঘ নামে এটি সংঘ আৰু জ্ঞানদায়িনী পুথিভঁৰাল নামে এটি পুথিভঁৰাল প্ৰতিষ্ঠা কৰিছে। ময়ো সংঘ আৰু পুথিভঁৰালৰ সদস্য ভুক্ত হব খোজোঁ। কিন্তু দেউতাই সম্মতি নিদিয়ে। তেওঁৰ মতে সংঘ মানেই কেৱমৰ আড্‌ডা আৰু পুথিভঁৰাল মানেই অসামাজিক নাটক আৰু উপন্যাসৰ ভঁৰাল। কিন্তু আপুনি জানে যে সংঘ আৰু পুথিভঁৰালৰ সুন্দৰ প্ৰয়োগ নহলে আমাৰ জীৱন অপূৰ্ণ হৈ থাকিবও পাৰে। যথেষ্ট সংখ্যক কিতাপ কিনি পঢ়াৰ যোগ্যতাই বা আমাৰ মাজৰ কেইজনৰ আছে ! তদুপৰি সংঘত যোগ নিদিলে বা পুথিভঁৰালৰ সদস্য নহলে, মই তেনেই অকলশৰীয়া হব লাগিব। গাঁওৰ আন আটাইবোৰ ল'ৰাই কিন্তু সংঘ আৰু পুথিভঁৰালৰ সদস্য। আপুনি দেউতাক বুজাই কলে সম্ভৱতঃ মোক সদস্য হবলৈ অনুমতি দিব। কাৰণ তেওঁ আপোনাৰ অবাধ্য নহয়, আপোনাৰ কথা ৰাখিবই। আৰু সম্ভৱতঃ তেতিয়া মই সদস্য হোৱাৰ অনুমতি পাম। এই কাৰণেই মই আপোনাক জৰুৰী চিঠিৰে মাতি আনিবলৈ বাধ্য হৈছোঁ।"

"মৰমৰ দেৱেন্দ্ৰ, মই তোমাৰ কথা শুনি সুখী হলোঁ। পুথিভঁৰাল আৰু সংঘৰ প্ৰতি আগ্ৰহ জন্মা সুখৰ কথা। সংঘৰ জৰিয়তে সংঘবদ্ধ হৈ প্ৰগতিমূলক কামত আত্মনিয়োগ কৰিলে, দেশৰপৰা দুখ-কষ্ট আৰু অজ্ঞান-অন্ধকাৰ দূৰ হৈ দেশত সুখ-সূৰ্য্যৰ



উদয় হ'ব। চিন্তাশীল মনীষী সকলৰ জ্ঞানৰ ভাণ্ডাৰ স্বৰূপ পুথিবোৰ পঢ়ি হৃদয়ঙ্গম কৰিব পাৰিলে, সুপ্ত মানসিক প্ৰবৃত্তি সমূহো বিকশিত হ'ব। আনহাতে কোনো এজন মানুহে সকলোবোৰ ভাল ভাল পুথি কিনি পঢ়াও সম্ভৱপৰ নহয়, কিন্তু ৰাজহুৱা ভাবে পুথিভঁৰাল পাতিলে বহুতো পুথি কিনি পঢ়াৰ সুচল হয়। জ্ঞান আহৰণৰ কাৰণে ৰাজহুৱা পুথিভঁৰাল নিতান্তই আৱশ্যকীয়।

কিন্তু তোমাৰ দেউতাৰাই যে আপত্তি তুলিছে, সিও নিশ্চয় চিন্তনীয় বিষয়। তেওঁ দেখিছে যে প্ৰথম অৱস্থাত পবিত্ৰ আদৰ্শ আৰু উৎসাহ উদ্দীপনাৰে আমাৰ ইয়াত ৰাজহুৱা অনুষ্ঠানবোৰ আৰম্ভ কৰা হয় সঁচা, কিন্তু পিছলৈ ক্ৰমে উৎসাহ-উদ্দীপনা কমি যায় আৰু অনুষ্ঠানবোৰৰ পবিত্ৰতাও লোপ পাব ধৰে। আমাৰ প্ৰায় ভাগ গাৱঁলীয়া পুথিভঁৰাল আৰু সংঘ কেৱল গল্প-গুজব কৰা আড্‌ডাত পৰিণত হয় গৈ। অৱশ্যে ইয়াৰ কাৰণে আমি অভিভাৱক সকলো দোষী, আমি চকু-কাণ দিয়া হলে এনে হব নোৱাৰে নিশ্চয়।

হয়তো এইখিনি কথা কোৱা কাৰণে তুমি বেজাৰ পাইছা, পেটে পেটে বিষম গণিছা। কিন্তু কথা সঁচা। মোৰ হাতত এনে কথাৰ বহুতো সত্য নিদৰ্শন থুপ খাই আছে। তোমাৰ স্পষ্টতাৰ কাৰণে তেনে এটা নিদৰ্শন কওঁ।

ক্ষীৰোদা জেঠাইয়েৰাক তুমি জানা। তেওঁৰ বৰ ল'ৰা অতনুকো তুমি জানা। যোৱা বছৰ তোমাৰ দৰে ক্ষীৰোদা জেঠাইয়েৰাইও জৰুৰী চিঠি দি মোক মাতি নিছিল। গৈ দেখোঁ যে অতনু ঘৰত নাই। তোমাৰ জেঠায়েৰা ৰুগ্ন, কাঁহি কাঁহি বিছনাত পৰি আছে, শৰীৰটোত কেৱল জঁকাটোহে আছে। সৰু সঁৰু ল'ৰা-ছোৱালী কেইটিৰো দুৰৱস্থাৰ কাৰণে মুখলৈ চাব নোৱাৰি। এবছৰ জুৰি জেঠাৰে ৰুগ্ন হৈ পৰি থকাই খেতি-খালা সকলো বন্ধ। নিৰুপায় হৈ ঘৰৰ আ-অলংকাৰ এপদ এপদকৈ বেচি জেঠাইয়েৰাই ঘৰ-খৰচ আৰু ৰোগীক চিকিৎসা কৰিলে। শেষত হালৰ গৰু হালো বেচিলে। তথাপি অতনুৰ খবৰ নাই।

অতনুই তুবাৰো প্ৰৱেশিকা মহলাৰ পৰীক্ষা দি অকৃতকাৰ্য্য হৈছে। ইতিমধ্যে সিহঁতৰ গাওঁতো যুৱক সংঘ আৰু পুথিভঁৰাল গঢ়ি উঠিছে। সি সহকাৰী সম্পাদক। ৰাতিপুৱাৰে পৰা ৰাতি শুবৰ পৰলৈ সি ব্যস্ত সংঘ আৰু পুথিভঁৰালক লৈ। কেতিয়াবা খাবৰ সময়ত ঘৰলৈ আহে। পালে খায়, নাপালে আনৰ ঘৰত খায়গৈ। ঘৰত কি হৈছে, কি হোৱা নাই, তাৰ খবৰ সি নাৰাখে।

পিতাক বেমাৰী পাটীত, মাক ক্ষীৰোদা আইটীক সি গণ্যই নকৰে। ঘৰখন জঁহি পমি শেষ হৈ যোৱাৰ অৱস্থা।

এনে তুৰৱস্থাৰ সময়ত চিঠি দি মাতি নিলে মোক। মই যোৱাৰ সময়ত অতনু ঘৰত নাই। জেঠাইয়েবাই সকলো কথা বিবৰি ক'লে। মই শুনিলোঁ আৰু লগে লগে চিন্তা কৰিলোঁ।

কথাৰ অন্তত দোকানলৈ গৈ দালি-চাউল প্ৰভৃতি কিছু খোৱা বস্তু কিনি আনি ৰান্ধিব দি অতনুক মাতি আনিব দিলোঁ। সম্ভৱতঃ মই অহা বুলি জানিয়েই সি আহিল। অতনুৰ মুখে সংঘৰ সকলো বা-বাতৰি ললোঁ আৰু মই অনুভৱ কৰিলোঁ যে সি সংঘৰ নামত মজি আছে। সম্প্ৰতি তাৰ অন্তৰত আঘাত নিদি মই কেৱল শুনি গলোঁ আৰু মাজে মাজে শলাগিলোঁ।

সময়ত ভাত-পানী খাই অলপ জিৰালোঁ আৰু সন্ধিয়াৰ আগে আগে অতনুৰ সৈতে মযো সিহঁতৰ সংঘ আৰু পুথিভঁৰাল চাবলৈ ওলালোঁ।

তেতিয়া ঘৰ আন্ধাৰ, বাজ-পোহৰ অৱস্থা। সংঘ আৰু পুথিভঁৰাল একেটা ঘৰতে অৱস্থিত। ঘৰটো খেৰৰ, মাজতে এখন বাহঁৰ বেৰ। তাৰে একোঠাৰ তুৱাৰ মুখত 'নেহৰু পুথিভঁৰাল' আৰু আনটো কোঠাৰ তুৱাৰ মুখত 'ক'লা-কৃষ্টি যুৱক সংঘ' নামে নাম-ফলি তুখন ওলমি আছে। তুয়োটা কোঠাত তুটা হাৰিকেন লেম্প জ্বলি আছে। ভিতৰৰ পৰা নানা গল্প-গুজবৰ শব্দ ভাঁহি আহি কাণত পৰিছে, সময়ে সময়ে অট্টহাঁহিও।

প্ৰথমে পুথিভঁৰালৰ কোঠাত সোমালোঁ। কোঠালিটো সম্ভৱতঃ তুমাহমান চফা কৰা নাই, আৱৰ্জনাৰে ভৰি আছে, কেঁচু মাটিৰে উপচি



আছে, বেৰৰ কাষ, চুক আদিত কাঁঠফুলা ভৰভৰাই গজি উঠিছে। ইকৰাৰ বেৰৰ পৰা লিপামাটিবোৰ ধঁহি ধঁহি পৰি বেৰৰ দাঁতিভাগ মাটিৰে ওপচি পৰিছে।

কোঠাটোৰ একাষত এটা আলমাৰী, মাজতে মেজ এখনৰ তুকাষে তুখন বেঞ্চ আৰু তুখন চকি পতাই পাছে, সিও তুৰৱস্থাপন্ন। বেঞ্চত বহি চাৰিজন ল'ৰাই হাঁহি হাঁহি কথা পাতি আছে, আন এজনে এখন চকিত ভৰি তুলি কিবা এখন পুথি পঢ়িব ধৰিছে। অতনুই চকুৰে ইঙ্গিত দিয়াত ল'ৰাজনে চকিৰ পৰা উঠি থিয় দিলে। আৰু ভৰি ধূলিবোৰ ফুৱাইজোকাৰি তাতে মোক বহিবলৈ অনুৰোধ কৰিলে। মই বহিলোঁ, ল'ৰাহঁতৰ এজন এজনকৈ পৰিচয় ললোঁ। আটাই কেইজনেই স্কুলৰ ওপৰ শ্ৰেণী আৰু কলেজীয়া। পঢ়ি থকা কিতাপ খন চাব খোজাত মোক দেখুৱালে। এইখন বিকৃত ৰুচি সম্পন্ন প্ৰেমালাপ পূৰ্ণ পুথি। এনে পুথিয়ে ডেকা-গাভৰুৰ জীৱন সুস্থ আৰু শক্তিশালীৰূপে গঢ়ি তুলিব বুলি আশা কৰিব নোৱাৰি।

তাৰ পিছত আলমাৰীটো খুলি আটাইবোৰ কিতাপ লুটিয়াই চালোঁ। সংখ্যাত পুথি তেনেই তাকৰীয়া, প্ৰথমে দেখা খনৰ দৰে ২৫।৩০ খনমান গল্প, উপন্যাস আৰু নাটক। কেইসংখ্যা মান পুৰণি আলোচনী আৰু দৈনিক বাতৰি কাকতো দেখিলোঁ। পুথিৰ সংখ্যা ইমানেই নেকি বুলি সোধাত অতনুৱে ক'লে,—

"আৰু তুশখন মান আছে, সদস্য সকলে পঢ়িবলৈ নিছে।"

এইবাৰ পুথি নিয়া বহীটো খুলি চালোঁ। কথা সঁচা। প্ৰায় এশ খন কিতাপ পুথি ভঁৰাল আৰম্ভ হোৱাৰ লগে লগে তুবছৰ আগতে পঢ়িবলৈ নিয়া, বাকী আৰু এশ কিতাপ প্ৰায় এবছৰ আগতে নিয়া। এখন পুথিও কিন্তু ওভতাই দিয়া নাই। এনে অৱস্থাই মোক বুজাই দিলে পুথি ভঁৰালৰ প্ৰতি যুৱক সদস্য সকলৰ আগ্ৰহ কিমান, নাইবা তেওঁলোকে পঢ়িছে কিমান।

আমি পুথি ভঁৰালৰ কোঠাটোত থকা সময়ত সংঘৰ কোঠাটোৰপৰা

প্ৰায়েই অট্টহাঁহি আৰু হাই-উৰুমিৰ ধ্বনি ভাঁহি আহিয়েই আছিল। এইবাৰ অতনুক আগত লৈ সিকোঠালৈ আগ বাঢ়িলোঁ। কোঠাটোৰ দুৱাৰ মুখ পায়েই দেখিলোঁ, চিগাৰেট আৰু বিড়িৰ ধোঁৱাই কুণ্ডলি পকাই পকাই কোঠাটো ঘেৰি পেলাইছে। ভিতৰত সোমাই দেখিলোঁ, চাৰিজন ল'ৰাই চিগাৰেট হুপি হুপি কেৰম খেলাই আছে। আন কেইজন মান সৰু সৰু ল'ৰাই সিহঁতৰ কাষত বহি কেৰম খেলোৱা চাই আছে। একাষে দুজনে লুডু আৰু আন চাৰিজনে বিড়ি-চিগাৰেট হুপি হুপি তাচ খেলিছে।

দেখিয়েই জানিলোঁ যে আটাই কেইজনেই স্কুল আৰু কলেজৰ ছাত্ৰ। সংঘৰ সম্পাদক জনো তাৰ ভিতৰতে আছিল। মই যোৱাত কেৰম খেলোৱা চাৰিজনে চিগাৰেট লুকালে, বিড়ি হুপা কেইজনে হুপিয়েই থাকিল। অতনুই সম্পাদকৰ লগত পৰিচয় কৰি দিয়াত চকিৰপৰা উঠি মোক সমাদৰ কৰি তাতে বহুৱালে, আন কেইজনো উঠি থিয় দিলে।

সম্পাদক আৰু অন্যান্য সদস্যৰপৰা যি জানিলোঁ, সময়ে সময়ে নাটকৰ অভিনয় আৰু নিয়মীয়াকৈ খেল খেলাত বাহিৰে সংঘৰ কোনো গঠনমূলক কামৰ আঁচনি নাই। কিছু সময় কথা-বতৰা পাতি বিদায় লৈ মই অতনুক লগত লৈ ওভটিলোঁ, অৱশ্যে নাটকৰ আখৰা চাই যাবলৈ মোক সম্পাদকে অনুৰোধ নকৰাকৈ থকা নাছিল।

অতনুহঁতৰ ঘৰলৈ আহি থাকোঁতে মই কেৱল ভাবিছিলোঁ যে বয়সস্থ অভিভাৱক সকলে সহযোগ কৰি ইহঁতক ভালকৈ পৰিচালনা কৰাহেঁতেন সংঘ আৰু পুথি ভঁৰালৰ অৱস্থা এনে বিকৃত হবলৈ নাপালেহেঁতেন, নিয়মীয়াকৈ সংঘত যোগ দি, পুথিভঁৰালৰ পুথি পঢ়ি নিজক আৰু জাতিক গঢ়াত যথেষ্ট পৰিমাণে অৰিহণা যোগালেহেঁতেন। মোৰ ধাৰণা হ'ল যে অভিভাৱক সকলৰ এলাহ, অৱসাদ আৰু নিষ্ক্ৰিয়তাই আমাৰ ভৱিষ্যৎ বংশধৰ সকলৰ সম্ভাৱনাপূৰ্ণ ভৱিষ্যৎ আৰু জাতীয়জীৱন অনুজ্বল কৰি তুলিছে। সৎ শিক্ষা আৰু সৎ পৰিচালনাৰ অভাৱেই যেন আমাৰ জাতীয় জীৱনৰ দুৰ্দশাৰ মূল কাৰণ।



এনেদৰে ভাবি-চিন্তি আহি থাকোঁতে কেতিয়া আহি জোৱাই-জীৰ ঘৰ পালোঁ তৰ্কিবই নোৱাৰিলোঁ। অতনুৰ দ্বাৰাই অলপ চাহ তৈয়াৰ কৰাই খাবলৈ ললোঁ, তাকো কাষত বহুৱালোঁ। ঘৰৰ দুৰৱস্থা, তাৰ পঢ়া-শুনা, ঘৰৰ ভৱিষ্যৎ সকলোঁ কথা যিমান পাৰি সিমানেই স্পষ্ট কৰি বুজালোঁ। লগতে তাক স্বাৱলম্বী যথাৰ্থ মানুহ হোৱাৰ পথো দেখুৱালোঁ। তাক ইয়াকো ক'লো যে প্ৰকৃত সুখী মানুহ হবলৈ হলে জীৱিকাৰ কাৰণে শাৰীৰিক শ্ৰম আৰু মানসিক আনন্দ আৰু বিকাশৰ কাৰণে অধ্যয়ন আৰু খেল-খেমালি প্ৰত্যেকেই কৰা উচিত। যেতিয়া আমাৰ দেশৰ প্ৰতি গৰাকী স্ত্ৰী-পুৰুষে নিজৰ আৰু পৰিয়ালৰ জীৱিকাৰ কাৰণে সৎশ্ৰমত লিপ্ত হ'ব, জিৰণি সময়ত খেল-ধেমালিত যোগ দিব আৰু নিয়মীয়াকৈ অধ্যয়নৰত হ'ব, তেতিয়াহে যে আমাৰ যথাৰ্থ উন্নতি সম্ভৱপৰ হব, তাকো ভালকৈ বুজাই কলোঁ। লগতে ইয়াকো কলোঁ যে জীৱিকা-বিহীন কৃষ্টি মূল্যহীন। এখন ভৰা নৈৰ বুকুৰ নাওত উঠি আৰোহী সকলে কৃষ্টিৰ কথা আলোচনা কৰি থাকোঁতে যদি নাওখন ফুটি পানী সোমাই বুৰোৱাৰ উপক্ৰম কৰে, তেতিয়া কৃষ্টিৰ আলোচনা এৰি নাওখনৰ ফুটাটো মাৰি বুৰাৰপৰা ৰক্ষা কৰাহে তেওঁলোকৰ সৰ্বপ্ৰধান কৰ্ত্তব্য হ'ব। আজি খাদ্যৰ অভাৱত যি সময়ত তাৰ ( অতনুৰ ) ঘৰ খন উঠলি গৈছে, সেই সময়ত সি সংঘ আৰু পুথিভঁৰালত যোগ দি কৃষ্টিৰ বিকাশত লাগি থকা মানে ভৰা নৈৰ বুকুৰ ফুটা নাওত উঠি কৃষ্টিৰ আলোচনাত মত্ত থাকি মৃত্যু ক্ষণ গণাত বাহিৰে আন একোৱে হব নোৱাৰে। অতনুৰ প্ৰথম আৰু প্ৰধান কাম যে নিজক আৰু ঘৰখনক আসন্ন ধ্বংসৰ পৰা ৰক্ষা কৰা তাক মই ভালকৈ বুজাই কলোঁ।

আজি আমাৰ যুৱক-যুৱতী সকলে লেখা-পঢ়া শিকি শ্ৰম কৰিবলৈ লাজ কৰে, যথাৰ্থ শ্ৰমিক সকলৰ লগত তেওঁলোকৰ সম্পৰ্ক ছেদ হৈছে, শ্ৰমিক আৰু শিক্ষিতৰ মাজত এটা বিৰাট কৃত্ৰিম ব্যৱধানৰ সৃষ্টি হৈছে। ফলত দেশখন দ্ৰুতগতিত ধ্বংসৰ মুখলৈ নামি গৈছে।

অথচ শিক্ষা, জাতি বা বংশৰ অভিমান দলিয়াই পেলাই শ্ৰমিকৰ শাৰীত থিয় দি দেহ-মন শ্ৰমত নিয়োগ কৰিলে সমাজ-জীৱন নিপোটল হৈ উঠে। আজি থলুৱা শ্ৰমহীন অসমীয়াৰ জীৱিকাৰ বিশাল তৰণীখন বিদেশী আৰু বহিৰাগত টৰ্পেডোৰ আঘাত লাগি অপাৰ সংসাৰ সমুদ্ৰৰ মাজত ফুটি বুৰাৰ উপক্ৰম হৈছে। আমাৰ মনুষ্য-সুলভ কাম হ'ব জীৱন-তৰণীখন সংশ্ৰমৰ সহায়ত ৰক্ষা কৰা।"

মোৰ কথাৰ লগে লগে মাক-দেউতাক দুয়ো আহি মোৰ কাষতে বহিল। দুয়ো কান্দি কান্দি ঘৰৰ দুৰৱস্থাৰ কথা বৰ্ণাব ধৰিলে। তেওঁলোকৰ দুখৰ কথা শুনি শুনি মোৰ হিয়া বিদীৰ্ণ হ'ব লগা হ'ল। অতনুই লাজ পালে, কিবা জ্ঞান পোৱা যেনো লাগিল! সিও কান্দি কান্দি মোৰ আগত প্ৰতিশ্ৰুতি দিলে, আগলৈ মাক-দেউতাক আৰু মোৰ উপদেশ অনুসৰি চলিব বুলি।

পিচ দিনা সঁচাকৈয়ে অতনু মোৰ লগতে আমাৰ ঘৰলৈ আহিল আৰু বুঢ়া হালোৱা গৰু হাল খেদি লৈ গ'ল। পিচত মই জানিব পাৰিলোঁ যে সি নিয়মীয়াকৈ খেতিও কৰে, সংঘ আৰু পুথিভঁৰালতো যোগ দিয়ে। হেনো প্ৰথমতে দুই-চাৰি লগৰীয়াই তাক বিদ্ৰূপ কৰিছিল। কিন্তু সি দৃঢ়তাৰে লাগি থকাই সিহঁত দুৰিল। শেষত বেচিভাগ ল'ৰাই অতনুৰ আদৰ্শকে লৈছে। সিহঁতৰ গাওঁৰ অৱস্থা আগতকৈ বহু উন্নত হোৱা বুলি শুনিছোঁ, সংঘ আৰু পুথি ভঁৰালো হেনো বেচ টনকীয়াল হৈছে। তাত হেনো অভিভাৱক সকলেও উৎসাহেৰে সহযোগ কৰিছে।"

"ককা, আপুনি আজি মোক ডাঙৰ শিক্ষা দিলে। আমিও এই আদৰ্শেৰে চলিবলৈ শিকিম।"

"তোমাৰ কথা শুনি বৰ ৰং পালোঁ। চেষ্টা কৰিলে নোৱাৰিবা কিয়, চেষ্টাৰ অসাধ্যই বা আছে কি! পিছে এতিয়া ভাত খাওগৈ ব'লা। মাৰাই মাতি আছে নহয়!"

---

## ব্ৰহ্মচৰ্য্য আৰু জীৱনীশক্তি

"দেৱদাস, আজি তোমাৰ মনত যিটো ভাৱৰ উদয় হৈ মোক প্ৰশ্ন কৰিছা তাৰ উত্তৰ দিয়াটো মোৰ পক্ষে অত্যন্ত কঠিন। কাৰণ মোৰ অধ্যয়ন যৎসামান্য। তথাপি তোমাৰ দৰে স্নেহাস্পদ জনক বিমুখ কৰা অনুচিত বুলি ভাবি,—সৰুকালত স্কুলত পঢ়োতে আমাৰ স্কুলৰ সংস্কৃত পণ্ডিত স্বৰ্গীয় ঘনশ্যাম শৰ্ম্মা দেৱে আমাৰ স্কুলৰ ছাত্ৰ সকলক ব্ৰহ্মচৰ্য্যৰ বিষয়ে যি উপদেশ দিছিল, তাৰ লগত তোমাৰ এই প্ৰশ্নৰ সামঞ্জস্য থকা বুলি ভাবি, তেখেতৰ সেই উপদেশৰ স্মৃতিৰ পৰা আৰু মোৰ পৰম বন্ধু বিবেক দাসৰ ব্যাখ্যা মতে তোমাৰ প্ৰশ্নৰ থুলমূল ভাবে উত্তৰ দিবলৈ যত্ন কৰিম। কিন্তু মোৰ স্মৃতিভ্ৰম হৈ আৰু বিবেক দাসৰ ব্যাখ্যাৰ গূঢ়াৰ্থ উপলব্ধি কৰিবলৈ অসমৰ্থ হোৱা কাৰণে মোৰ কথিত উত্তৰ বোৰত যথেষ্ট ভুল বৈ যোৱাৰ আশঙ্কা আছে। তুমি শাস্ত্ৰজ্ঞ হৈ সময়ত সেইবোৰ "বিচাৰ" কৰি শুদ্ধ কৰি লবা।

তুমি সুধিছা, মানুহৰ পৰমায়ু ছকুৰি বছৰ যেতিয়া ৰুচ আদি দেশত মানুহ কেনেকৈ দুশ বছৰলৈকে জীয়াই থাকে। আমাৰ দেশত "নৰ-গজ বিশ ছয়" বুলি এটা প্ৰবাদ আছে আৰু আমাৰ ধৰ্ম্ম পুথি দুই এখনতো কলিত মানুহৰ পৰমায়ু ছকুৰি বছৰ বুলি লিখা আছে। তথাপি ৰুচ আদি দেশৰ মানুহ দুশ বছৰলৈ জীয়াই থকা কথাটো অবিশ্বাস কৰিবৰ কোনো কাৰণ নাই। আমাৰ সৰু কালত অৰ্থাৎ আজিৰ পৰা প্ৰায় ৫০ বছৰমান আগতে আমি মহাভাৰত, ৰামায়ণ আদি পুথিত লিখা আকাশেৰে ৰথ উৰি যোৱা আৰু মেঘৰ আঁৰত থাকি যুদ্ধ কৰা কাহিনীবোৰ শুনি বিশ্বাস কৰিবলৈ টান পাইছিলোঁ।

কিন্তু বৰ্ত্তমানে দিনে ৰাতি সেই বিমানবোৰ আমাৰ মূৰৰ ওপৰেদি উৰি গৈ আমাৰ সংশয় ভঞ্জন কৰিছে। এসময়ত বীৰ আৰু ঋষি সকলে গ্ৰহ গ্ৰহান্তৰলৈ যোৱা-অহা কৰা কাহিনীবোৰো সেই সময়ত আমি বিশ্বাস কৰিবলৈ টান পাইছিলোঁ। কিন্তু এতিয়া চন্দ্ৰলোকৰ পৰা মানুহ ঘূৰি অহাৰ পাছত সেই আশঙ্কা দূৰ হৈছে। সেইদৰে আগৰ কালৰ যোগী ঋষি সকলে হাজাৰ হাজাৰ বছৰ জীয়াই থকাৰ যি উপাখ্যান আমাৰ ধৰ্ম্মশাস্ত্ৰ বোৰত পোৱা যায়, তাক আজি আমাৰ ৫০।৬০ বছৰতেই পৰমায়ুৰ শেষ সীমা পোৱা অৱস্থাৰ মানুহে বিশ্বাস কৰিবলৈ টান হলেও তাৰ প্ৰমাণৰ আগন্তুক হিচাবে ৰুচ দেশীয় দীৰ্ঘজীৱী লোক সকলকেই ধৰিব পাৰি। এটা চাক্ষুষ দৃষ্টান্ত দিলে তোমাৰ বুজি পোৱাত সুবিধা হব। আমি মনতে কল্পনা কৰি ললোঁ যে এটা কেৰাচিনৰ চাকিত যিখিনি কেৰাচিন তেল ধৰে, চাকিটো মধ্যম হিচাবে জ্বলাই ৰাখিলে সেই তেলেৰে ১২ ঘণ্টালৈকে জুই জ্বলি থাকিব। ফিটা বঢ়াই দি চাকিৰ জুই বেচিকৈ জ্বলাই দিলে হয়তো ৬ ঘণ্টাতেই চাকিৰ জুই নুমাই যাব। কিন্তু আমি যদি মিতব্যয়ী হৈ বন্তিৰ তেল কমকৈ খৰচ কৰোঁ, অৰ্থাৎ চাকিটো কমকৈ জ্বলাই ৰাখোঁ তেনেহলে সেই বাৰ ঘণ্টাৰ কেৰাচিন তেলেৰে হয়টো ১৮ ঘণ্টা নাইবা ২৪ ঘণ্টালৈকে চাকিৰ জুই জ্বলাই ৰাখিব পাৰোঁ। যেনেকৈ মানুহে কম তেলেৰে বেছি সময়লৈ বন্তি জ্বলাই ৰাখিব পাৰে আৰু চাকিটোক পৰিস্কাৰ কাচেৰে বেঢ়ি ৰাখি উজ্বল পোহৰ পাব পাৰি, তেনেকৈ আত্ম সংযমত মিতব্যয়ী হৈ জীৱনী শক্তি বঢ়াই মানুহো কান্তি যুক্ত আৰু দীৰ্ঘজীৱী হব পাৰে। তদুপৰি সদাচাৰ পালন কৰি বাহিৰৰ ৰোগৰ বীজাণু আৰু সংস্পৰ্শ দোষত আহিব পৰা ৰোগৰ বীজাণুৰ পৰা শৰীৰ ৰক্ষা কৰিব পাৰিলে মানুহে অকাল মৃত্যুৰো হাত সাৰিব পাৰে।

### জীৱনী শক্তি

মানুহে পিতৃ মাতৃৰ পৰা প্ৰথমে জীৱনী শক্তি পাই যদিও জন্মৰ পাছৰ পৰা খাদ্য-প্ৰাণ যুক্ত খাদ্য গ্ৰহণ কৰিলেহে মানুহ জীয়াই থাকিব



পাৰে। প্ৰথমে মাতৃ দুগ্ধ, গো দুগ্ধ খাই ক্ৰমে শৰীৰৰ শক্তি বৃদ্ধি হোৱাৰ লগে লগে অন্ন আৰু ফল মূল খাই মানুহৰ অন্তৰত থকা জঠৰাগ্নিত পৰিপাক হৈ তাৰ যি সাৰ ভাগ মানুহৰ শৰীৰত থাকে, সেয়ে মানুহৰ শৰীৰৰ পুষ্টি সাধন কৰি শৰীৰৰ শক্তি, সৌন্দৰ্য্য, আৰু জীৱনী শক্তি বৃদ্ধি কৰে। তোমালোকে জানা যে মানুহৰ খোৱা খাদ্য বোৰৰ অসাৰ ভাগ মল, মূত্ৰ, ঘাম আদি ৰূপে শৰীৰৰ পৰা বাহিৰ হৈ যায়। সাৰ ভাগ ৰস ৰূপে শৰীৰত থাকে। সেই ৰস শোধিত হৈ ৰক্ত হয়। তাৰ পাচত অনুক্ৰমে শোধিত হৈ মেদ, মাংস, অস্থি, মজ্জা আৰু শুক্ৰ হয়। এই সপ্ত ধাতু মানুহৰ শৰীৰত সম্মিলিত হৈ থাকে। সম্মিলিত সপ্ত ধাতুৰ নাম ওজঃ ধাতু, এই ওজঃ ধাতুৱেই মানুহৰ জীৱনী শক্তি। দুগ্ধৰ লগত যেনেকৈ মাখন লগ হৈ থাকে, আৰু কুহিয়াৰ ৰসৰ লগত যেনেকৈ চেনি থাকে তেনেকৈ ওজঃ ধাতুৰ লগত শুক্ৰ মিহলি হৈ থাকে। গাখীৰৰ লগত মাখনৰ পৰিমাণ বেছি থাকিলে যেনেকৈ গাখীৰ ঘন, সুস্বাদু আৰু বেছি দিনলৈ তেঙা নোহোৱাকৈ থাকে, তেনেকৈ ওজঃ ধাতুৰ লগত শুক্ৰৰ পৰিমাণ বেচি থকা মানুহ জনৰ ওজঃ ধাতু গাঢ় হৈ মানুহজনক শ্ৰীমন্ত আৰু দীৰ্ঘজীৱী কৰি ৰাখে। গাখীৰ মথিলে গাখীৰত আলোড়ন সৃষ্টি হৈ যেনেকৈ গাখীৰৰ পৰা মাখন পৃথক হৈ পৰে তেনেকৈ মানুহৰ মনতো মানসিক উত্তেজনাৰ কাৰণত আলোড়ন সৃষ্টি হলে ওজঃ ধাতুৰ পৰা শুক্ৰ পৃথক হৈ পৰে। যেনেকৈ গাখীৰৰ পৰা মাখন পৃথক হলে অৱশিষ্ট গাখীৰ তৰল হৈ ঘোল পানী হয়, আৰু সেই ঘোলত খাদ্য প্ৰাণ নথকা কাৰণে বিস্বাদ আৰু সোনকালে তেঙা হয়, তেনেকৈ মানুহৰ শৰীৰৰ পৰাও শুক্ৰৰ মাত্ৰা হ্ৰাস পালে ওজঃ ধাতু তৰল হয়, জীৱনী শক্তি হ্ৰাস পায়, শৰীৰৰ কান্তি ম্লান হয় আৰু শৰীৰ দুৰ্ব্বল হয়।

আগৰ কালত জীৱনী শক্তি অটুত ৰাখি মানুহক দীৰ্ঘজীৱী কৰি ৰাখিবৰ কাৰণে মনীষী সকলে ব্ৰহ্মচৰ্য্যৰ বিধি ব্যৱস্থা প্ৰণয়ন কৰি বালক সকলক নৱম বছৰ বয়সৰ পৰা ব্ৰহ্মচৰ্য্য ব্ৰতত দীক্ষা দি পূৰ্ণ

যৌৱন নোহোৱালৈকে কঠোৰ ব্ৰহ্মচৰ্য্য ব্ৰত পালনত ব্ৰতী কৰাইছিল। কিছুমান যোগী ঋষিয়ে আজীৱন ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰি, চিৰ কুমাৰ হৈ থাকি, দীৰ্ঘজীৱন লাভ কৰি, আধ্যাত্মিক চিন্তা চৰ্চ্চাৰ দ্বাৰা জগতৰ অশেষ কল্যাণ সাধি থৈ গৈছে।

অৱশ্যে তুমি কোৱা কথা সঁচা যে বৰ্ত্তমানে ৰুচ দেশত ডুশ বছৰলৈকে জীয়াই থকা লোক সকলে আগৰ কালৰ আমাৰ দেশৰ ঋষি মুনি সকলৰ দৰে ব্ৰহ্মচৰ্য্য ব্ৰত পালন নকৰিব পাৰে। কিন্তু দেশৰ জলবায়ু ভেদে ভিন ভিন দেশত ভিন ভিন প্ৰণালীৰে তাৰ নাম ব্ৰহ্মচৰ্য্য নহলেও আত্ম সংযমৰ ৰীতি নীতি চলি আছে। আমাৰ দেশ গ্ৰীষ্ম প্ৰধান দেশ। ৰুচ দেশ শীত প্ৰধান দেশ। গ্ৰীষ্ম প্ৰধান দেশত গুৰুপাকী খাদ্য অপকাৰী ; শীত প্ৰধান দেশত গুৰুপাকী খাদ্য উপকাৰী। গতিকে আমাৰ দেশৰ লগত সকলো কথাতে আন দেশক ৰিজাব খুজিলে ভুল হব। মোৰ বিশ্বাস সেই দীৰ্ঘজীৰী লোকসকল আমাৰ ঋষি সকলৰ দৰে গেৰুৱা কাপোৰ পিন্ধি, ডাঢ়ি চুলি ৰাখি নিৰামিষ ভোজন কৰা নাই যদিও ; তেওঁলোক শুদ্ধাচাৰী আৰু সংযমী।

## খাদ্য

তুমি খাদ্যত ভিটামিন বা খাদ্যপ্ৰাণ সম্পৰ্কে পঢ়িছা। আগৰ কালত ঋষি সকলে খাদ্যৰ গুণাগুণ সম্পৰ্কে ইয়াতকৈও অধিক সূক্ষ্ম বিচাৰ কৰিছিল। মানুহে যিবিলাক খাদ্য খায় সেই ভিন ভিন খাদ্যৰ ভিন ভিন গুণ আছে। কিছুমান খাদ্য লঘুপাকী, আন কিছুমান খাদ্য গুৰুপাকী। গুৰুপাকী খাদ্যৰ বেছি ভাগেই অতি তেজস্কৰ আৰু উত্তেজক। লঘুপাকী খাদ্যৰ অধিকাংশই স্নিগ্ধ তেজস্কৰ, অনুত্তেজক। আমি যি খাদ্য খাওঁ, সেই খাদ্যৰ গুণানুসাৰে আমাৰ শৰীৰত ওজঃ ধাতুৰ উৎপত্তি হৈ আমাৰ মনত সেই প্ৰকাৰৰ ক্ৰিয়া কৰে। গ্ৰীষ্ম প্ৰধান দেশ কাৰণে গুৰুপাকী খাদ্য আমাৰ দেশৰ অনুপযোগী। কাৰণ গুৰুপাকী খাদ্য আমাৰ পেটত যথা সময়ত জীৰ্ণ নহলে তাৰ পৰা নানা



ৰোগৰ উদ্ভৱ হব পাৰে আৰু তাত অতি তেজস্কৰ, উত্তেজক গুণ থকা কাৰণে সেই খাদ্য খোৱাৰ ফলত আমাৰ ইন্দ্ৰিয় বিলাকৰ উত্তেজনা বৃদ্ধি হয়। সেই কাৰণে অতি তেজস্কৰ, উত্তেজক আৰু গুৰুপাকী খাদ্য আমাৰ শাস্ত্ৰকাৰ সকলে নিষিদ্ধ কৰি গৈছে। ব্ৰহ্মচাৰী অৰ্থাৎ কঠোৰ আত্ম সংযমৰ ব্ৰত পালন কৰা ব্ৰতধাৰী লোক সকলৰ কাৰণে অতি লঘুখাদ্য ফল মূল আৰু হবিস্যান্ন ( আঢ়ৈ চাউলৰ ভাত আৰু ঘিউ ) ৰ হে মাত্ৰ ব্যৱস্থা দিছে।

মহামানৱ মহাত্মা গান্ধীজীয়ে ব্ৰহ্মচৰ্য্য ব্ৰত আৰম্ভ কৰি খাদ্যৰ গুণাগুণ সম্পৰ্কে ছয় বছৰ কাল পৰীক্ষা চলাই, তাজা ফল মূল আৰু শাক-পাচলিয়েই সৰ্ব্বোৎকৃষ্ট লঘুপাকী আৰু ইন্দ্ৰিয় সংযমৰ কাৰণে সহায়ক উত্তেজনাহীন খাদ্য বুলি সিদ্ধান্ত কৰিছে। আগৰ কালত ঋষি সকলে আশ্ৰম পাতিছিল অৰ্থাৎ ফলবান গছ আৰু শাক-পাচলিৰ বাৰী পাতিছিল। সেই সাধক সকলে গছৰ পাত অৰ্থাৎ শাক-পাচলি আৰু ফল মূল খাই তপস্যাত ৰত আছিল। সেই লঘুপাকী স্নিগ্ধ তেজস্কৰ আৰু উত্তেজনাহীন খাদ্য খোৱা কাৰণে তেওঁলোকে শৰীৰৰ ইন্দ্ৰিয়বোৰক সংযত কৰি ৰাখি একান্ত মনে যোগ সাধনা কৰিব পাৰিছিল।

## ৰিপু আৰু ইন্দ্ৰিয়

তুমি ব্ৰহ্মচৰ্য্যৰ বিষয়ে যিবিলাক কথা শুধিছা সেই বিলাকত যথাযোগ্য উত্তৰ দিয়াৰ মই অযোগ্য। কাৰণ মই ব্ৰহ্মচাৰী নহয়। তথাপি তোমাৰ সন্তুষ্টিৰ কাৰণে আনৰ পৰা শুনা কথাৰ যৎকিঞ্চিৎ আভাস দিওঁ।

মানুহৰ শৰীৰত কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য এই ছয়টা ৰিপু আছে আৰু চৈধ্যটা ইন্দ্ৰিয় আছে। ইন্দ্ৰিয় বিলাক তিনি ভাগত বিভক্ত। হাত, ভৰি মলদ্বাৰ, লিঙ্গ বা যোনি আৰু বাক ইন্দ্ৰিয় বা মুখ। এই পাচটা ইন্দ্ৰিয়ই কাম কৰে গতিকে কৰ্ম্মেন্দ্ৰিয় বোলে। চকু, কাণ, নাক, জিভা আৰু ছাল এই পাঁচটা ইন্দ্ৰিয়ই

জ্ঞান আহৰণ কৰে গতিকে জ্ঞানেন্দ্ৰিয় বোলে। মন, বুদ্ধি, চিত্ত আৰু অহঙ্কাৰ এই চাৰিটা আমাৰ অন্তৰত থাকে কাৰণে অন্তৰেন্দ্ৰিয় বোলে। সংযমৰ দ্বাৰা ৰিপু আৰু ইন্দ্ৰিয় বিলাকক দমন কৰিব নোৱাৰিলে, ৰিপুৰ প্ৰলোভনত মন, বুদ্ধি আদি ইন্দ্ৰিয় প্ৰলোভিত হৈ জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা জ্ঞান আহৰণ কৰি কৰ্ম্মেন্দ্ৰিয় বিলাকক কু-কৰ্ম্মত প্ৰবৃত্ত কৰায়। লঘুপাকী আৰু স্নিগ্ধ খাদ্য যদিও সংযমৰ সহায়ক হয়, তথাপি অকল উত্তেজনা-হীন খাদ্যৰ দ্বাৰা ইন্দ্ৰিয় বিলাকক দমন কৰিব নোৱাৰি। ব্ৰহ্মচাৰী সকলে জিভা সংযত কৰা উচিত, মচলা দিয়া বা জিভাত জুতি লগা খাদ্য ব্ৰহ্মচাৰীৰ অনুপযোগী। জিভা সংযত কৰিলেহে ব্ৰহ্মচৰ্য্য পালনত উজু হয়। ব্ৰহ্মচাৰী সকলে পৰিমিত ভাবে লঘোন দিয়া প্ৰয়োজন; কাৰণ লঘোণে থাকিলে ইন্দ্ৰিয় বিলাক শক্তিহীন হৈ থাকে। ইন্দ্ৰিয় বিলাকৰ শক্তি ইমান প্ৰবল যে তাক চাৰিওফালৰ পৰা বান্ধিলেহে দমন কৰিব পাৰি। ইন্দ্ৰিয় শক্তিৰ গুৰিত হৈছে মন। ব্ৰহ্মচাৰীৰ সংযমী মনে ভগবানৰ সৃষ্টিৰ সৌন্দৰ্য্য বিলাক চকুৰে চাই কিন্তু সংযমহীন জনৰ মনে চকুৰে ভোগৰ উদ্ভগুলি বিলাক হে চায়। সংযমীজনৰ মনে কাণেৰে ভগবানৰ গুণগান শুনি আনন্দ পায়। সংযমহীন জনৰ মনে কাণেৰে অশ্লীল কথা শুনি ভাল পায়। কায়, মন আৰু বাক্যত ইন্দ্ৰিয় দমন কৰাই হৈছে ব্ৰহ্মচৰ্য্যৰ অৰ্থ। ইন্দ্ৰিয় দমন কৰি ব্ৰহ্মক উপলব্ধি কৰাই ব্ৰহ্মচৰ্য্য।

## কাম আৰু প্ৰেম

নিস্বাৰ্থ ভাল পোৱাই হৈছে প্ৰেম। কোনো প্ৰতিদান নিবিচৰাকৈ আনক যি মৰম চেনেহ নাইবা ভক্তি কৰা হয় সেয়ে প্ৰেম। যেনে :—ঈশ্বৰ প্ৰেম, পিতৃ-মাতৃ ভক্তি, পুত্ৰ-কন্যাৰ স্নেহ ইত্যাদি। যি ভাল পোৱাৰ লগত নিজ স্বাৰ্থৰ সম্বন্ধ আছে, যি ভাল পোৱাৰ লগত ভোগৰস্পৃহা থাকে, আৰু যি ভাল পোৱাৰ লগত কামনা-বাসনাৰ প্ৰবৃত্তি



থাকে সেয়ে কাম। যি ভাৱৰ পৰা মানুহৰ মনত আনন্দ উত্তৰোত্তৰ বৃদ্ধি হৈ থাকে, কোনো কালে হ্ৰাস নহয় সেয়ে প্ৰেম ভাব। যি ভাবে মানুহৰ মনত সাময়িক আনন্দ দিলেও পৰ মুহূৰ্ত্তত অবসাদ বা ঘৃণা আহে, সেয়ে কামভাব। এখন উদ্যানত ফুলি সুশোভিত হৈ থকা ফুলৰ দৃশ্য চাই আনন্দ উপভোগ কৰাই প্ৰেম। আন ফালে সেই ফুল ছিঙি আনি নিজে অকলে তাৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ যি স্পৃহা জন্মে সেয়ে কাম ভাৱ। কিন্তু সৃষ্টি ৰক্ষাৰ কাৰণে ঈশ্বৰৰ সেৱাত আৱশ্যক হলে উদ্যানৰ গৰাকীৰ অনুমতি সাপেক্ষে উদ্যানৰ সৌন্দৰ্য্য লাঘৱ নকৰাকৈ পৰিমিত ভাৱে সেই ফুল আহৰণ কৰি মাত্ৰ ঈশ্বৰৰ পূজাত নিবেদন কৰিলে সিও প্ৰেম। প্ৰেম ভাৱৰ কথা আনৰ আগত—আৱশ্যক হলে পিতৃ মাতৃ গুৰু জনৰ আগত দ্বিধাহীন ভাবে প্ৰকাশ কৰিব পাৰি। কাম-ভাৱৰ কথা প্ৰকাশ্য ভাবে আনৰ আগত প্ৰকাশ কৰিব নোৱাৰি। কাম ভাব গোপন, কপট, অপৱিত্ৰ। প্ৰেম ভাব—প্ৰকাশ্য, অকপট, পৱিত্ৰ। প্ৰেমে মানুহৰ শক্তি আৰু শান্তি বঢ়ায়।

## মৃত্যু যন্ত্ৰ

জন্মৰ লগে লগে সকলো প্ৰাণীৰ শৰীৰত মৃত্যু যন্ত্ৰ নিহিত হৈ থাকে। লিঙ্গ, পৰিপাক যন্ত্ৰ, আৰু নিশ্বাস-প্ৰশ্বাস লোৱা যন্ত্ৰ, এই তিনিটাই প্ৰধান মৃত্যু যন্ত্ৰ। মানুহে এই যন্ত্ৰ বিলাকৰ শক্তি ক্ষয়ত মিতব্যয়ীতা অৱলম্বন কৰিলে দীৰ্ঘজীৱী হব পাৰে। কিন্তু প্ৰাণী চিৰজীৱী হব নোৱাৰে। কাৰণ মিতব্যয়ীভাবে ব্যয় হলেও সেই বিলাকৰ শক্তি এদিন নহয় এদিন শেষ হবই।

আমি বহিৰ্জ্জগতত দেখিবলৈ পাওঁ সকলোবিলাক যন্ত্ৰই এটা নহয় এটা সময়ত অচল হয়। যন্ত্ৰটোৰ ভিতৰত থকা কল-কজাবোৰ ক্ষয় হোৱা কাৰণে যন্ত্ৰটো অচল বা মৃত হয়। সেইদৰে আমাৰ পেটত থকা পৰিপাক যন্ত্ৰ আৰু বুকুত থকা নিশ্বাস-প্ৰশ্বাসৰ যন্ত্ৰও অনবৰত ক্ৰিয়া কৰি থকা কাৰণে ক্ৰমে ক্ষয় হৈ থাকে। মানুহে সংযমৰ দ্বাৰা সেই

ক্ষয় হ্ৰাস কৰি দীৰ্ঘজীৱী হব পাৰে। লঘুপাকী খাদ্য পৰিমিত হিচাবে খালে, পাকস্থলীয়ে কম শক্তি প্ৰয়োগতে পৰিপাক কৰিব পাৰে, সেই কাৰণে পৰিপাক যন্ত্ৰৰ শক্তি কমকৈ ব্যয় হৈ দীৰ্ঘ দিনলৈ কাৰ্য্যকৰী হৈ থাকে। সেইদৰে প্ৰাণায়ামৰ দ্বাৰাও নিশ্বাস-প্ৰশ্বাসৰ সংখ্যা কমালে নিশ্বাস প্ৰশ্বাসৰ যন্ত্ৰটোও দীৰ্ঘদিনলৈ কাৰ্য্যকৰী হৈ থাকে। মানুহৰ শৰীৰৰ এই প্ৰধান যন্ত্ৰদ্বয় দীৰ্ঘদিন কাৰ্য্যকৰী হৈ থাকিলে মানুহ দীৰ্ঘজীৱী হয়। আগৰ কালত যোগীসকলে প্ৰাণায়মৰ দ্বাৰা অৰ্থাৎ পূৰক, কুম্ভক আৰু ৰেচক অভ্যাসৰ দ্বাৰা ক্ৰমে নিশ্বাস-প্ৰশ্বাসৰ সংখ্যা হ্ৰাস কৰি ৬ ঘণ্টা বা ১২ ঘণ্টা অন্তৰে অন্তৰে এবাৰকৈ নিশ্বাস-প্ৰশ্বাস লৈ নিশ্বাস-প্ৰশ্বাসৰ যন্ত্ৰৰ শক্তি ক্ষয় হ্ৰাস কৰি বহুকাল দীৰ্ঘজীৱী হৈ আছিল।

আৰু অলপ কওঁ শুনা,—নখ, ডাঢ়ি, চুলি আদি মানুহৰ শ্ৰেষ্ঠ ধাতুৰ পৰা উৎপত্তি হয়। ডাঢ়ি, চুলি যিমানেই ঘনকৈ কটা হয় সিমানেই বেচিকৈ বাঢ়ে। ডাঢ়ি, চুলি নাকাটিলে তাৰ বাঢ়ন একেবাৰে কমি যায়। অৰ্থাৎ মানুহৰ শ্ৰেষ্ঠ ধাতুৰ ক্ষয় কমে। শ্ৰেষ্ঠ ধাতুৰ ক্ষয় কমিলে মানুহৰ জীৱনী শক্তি বাঢ়ে। সেই কাৰণে সাধক সকলে ডাঢ়ি চুলি ৰাখে। কিন্তু সম্পূৰ্ণ ইন্দ্ৰিয় সংযম কৰিব নোৱাৰিলে ডাঢ়ি চুলি ৰখাৰ পৰা বিশেষ একো লাভ নহয়।

বৰ্ত্তমানে আমাৰ দেশৰ লোক সকলে বিশেষকৈ শিক্ষিত সকলে অতীজৰ আমাৰ দেশৰ সভ্যতা, সংস্কৃতি, শিক্ষা-দীক্ষা, আদিৰ ওপৰত আস্থা হেৰুৱাই পাশ্চাত্যৰ সভ্যতা, সংস্কৃতি, শিক্ষা-দীক্ষা, আচাৰ-ব্যৱহাৰ, বেশ-ভূষা, আনন্দ-উৎসৱ আদিত মনোনিৱেশ কৰিছে। পাশ্চাত্যৰ আদৰ্শত আমাৰ দেশটো কিছুমান কথা ছবি দেখুওৱা হৈছে। কিন্তু ভাৰতীয় মনীষী সকলে যিবিলাক স্ত্ৰী-পুৰুষৰ কামনা-বাসনাৰ আলাপ আৰু ভাৱ-ভঙ্গি যত্নেৰে ঢাকি ৰাখিছিল, সেই নগ্ন আলাপ আৰু অশ্লীল ভাৱ-ভঙ্গি প্ৰকাশ্য স্থানত কোমল বয়সৰ লৰা-ছোৱালীৰ আগত কথা-ছবিৰ দ্বাৰা দেখুৱাই সিহঁতৰ সংযমৰ বান্ধ শিথিল কৰি ইন্দ্ৰিয়ৰ উত্তেজনাত অৰিহণা যোগাইছে। ইত্যাদি কাৰণত আজি আমাৰ দেশৰ লৰা ছোৱালীবোৰৰ অধিকাংশৰেই স্বাস্থ্য আৰু সৌন্দৰ্য্য হীন হৈ পৰিছে। মই আশা কৰিছোঁ তুমি আৰু তোমাৰ দৰে অন্যান্য উন্নতিকামী ভাই সকলে, আমাৰ ভাৰতীয় মনীষী সকলৰ কঠোৰ শ্ৰমৰ দ্বাৰা উপাৰ্জিত মণি মুকুতাবোৰ, বিস্মৃতিৰ গৰ্ভত পোট যাবলৈ নিদি, যতনে উদ্ধাৰ কৰি লবা। এনেধৰণে ৰীতি-নীতি মানি চলিবলৈ বদ্ধপৰিকৰ হলে আয়ু, শ্ৰী, শক্তিও বাঢ়িব, সমাজ জীৱনো পুনৰ ঠন ধৰি উঠিব।

## আমাৰ ৰাষ্ট্ৰীয় সংহতি

আমাৰ ভাৰতবৰ্ষ এখন বিশাল দেশ, তাৰ কাৰণে ইয়াক উপমহাদেশ বোলা হয়। ইয়াত বহু জাতি-উপজাতি, বহু ভাষা আৰু বহু ধৰ্ম্মাৱলম্বী লোকে বসবাস কৰে যদিও, অতি প্ৰাচীনকালৰে পৰা ইয়াৰ ৰাষ্ট্ৰীয় সংহতি অব্যাহত ভাবে সংৰক্ষিত হৈ আহি আছে। ৰামায়ণ মহাভাৰতৰ দিনৰেপৰা কাশ্মীৰৰপৰা লংকা দ্বীপলৈ আৰু কুণ্ডিল্যৰপৰা ( বৰ্ত্তমান শদিয়া ) দ্বাৰকালৈ ( বৰ্ত্তমান কচ্ছ ) এই সমগ্ৰ ভূভাগকে ভাৰতবৰ্ষ বুলি কোৱা হৈছে। আৰু এই সমগ্ৰ ভূভাগৰ অধিবাসীয়ে নিজক ভাৰতীয় বুলি অনুভৱ কৰি বা পৰিচয় দি আনন্দ অনুভৱ কৰি আহিছে। আজিও ভাৰতীয় হিন্দুসকলে দেৱকাৰ্য্য বা পিতৃকাৰ্য্য কৰাৰ সময়ত পোনতে ভাৰতৰ ভূভাগক হে অৰ্চ্চনা কৰে। আৰ্য্যসকলকে আদি কৰি যিসকল বহিৰাগত ভাৰতলৈ আহিছিল, সকলোৱে ভাৰতবৰ্ষকে মাতৃভূমি ৰূপে গ্ৰহণ কৰি ভাৰতীয় কৃষ্টি সভ্যতাৰ লগত নিজক বিজৰিত কৰি, ভাৰত আৰু ভাৰতীয়ৰ উন্নতি কল্পে জীৱন পাৰি দি আহিছে।

ইংৰাজ আদি কৰি ইউৰোপীয় বণিক জাতিবিলাকৰ আগমনৰ আগলৈকে যি জাতিয়েই লাগে নহওঁক, ভাৰতলৈ আহি ইয়াত বসবাস কৰিবলৈ লোৱাৰ লগে লগে ভাৰতীয় ৰূপে পৰিগণিত হৈছিল। সেয়েহে কবি গুৰু ৰবীন্দ্ৰনাথে গাইছিল,—

"হেথায় আৰ্য, হেথা অনাৰ্য, হেথায় দ্ৰাবিড় চীন—
শক হূনদল পাঠান মোগল একদেহে হল লীন।"

—ভাৰততীৰ্থ।



মুছলমান ৰাজত্বৰ শেষৰফালে- শাসকসকল অত্যাচাৰী হৈ ভোগ বিলাসত মত্ত আৰু গৃহকন্দলত লিপ্ত হোৱাত ৰাষ্ট্ৰীয় সংহতি বহুপৰিমাণে শিথিল হৈ পৰিছিল। ৰাষ্ট্ৰীয় সংহতিৰ দুৰ্বলতাৰ সুযোগ লৈ বণিকৰূপে প্ৰৱেশ কৰা বিদেশী ইংৰাজসকলে শাসকসকলক গৃহকন্দলত ইন্ধন যোগাই, ছলনাৰে ক্ৰমে সমগ্ৰ ভাৰতবৰ্ষ অধিকাৰ কৰিলে। ভাৰত আছিল এওঁলোকৰ এখন উপনিবেশহে, শাসন কৰিছিল ইংলণ্ডৰপৰা ভাৰতস্থ প্ৰতিনিধি সকলৰ জৰিয়তে। শাসনৰ নামত ভাৰত আৰু ভাৰতীয়ক শোষণ কৰাই আছিল এওঁলোকৰ প্ৰধান লক্ষ্য। ইংৰাজৰ শোষণ আৰু পৰাধীনতাৰ তিক্ত অভিজ্ঞতাই ভাৰতীয় সকলৰ এচামক বিক্ষুব্ধ কৰি তুলিছিল, ৰাষ্ট্ৰীয় সংহতিৰ বিলুপ্ত ভাবো আকৌ জাগৃত হৈ উঠিছিল। ফল স্বৰূপে সৃষ্টি হ'ল ৰাষ্ট্ৰীয় সংহতি আৰু স্বাধীনতাৰ নামত ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ, যাক আজি আমি ভাৰতৰ প্ৰথম স্বাধীনতা যুদ্ধ বুলি অভিহিত কৰোঁ। কুটনীতি বিশাৰদ ইংৰাজসকলে ভাৰতীয় সকলৰ মাজত ভেদ ভাবৰ বীজ বিয়পাই দি আৰু কিছুমান লোকক ৰজা-মহাৰজাৰ লোভনীয় পদপী দিয়াত, সুবিধাবাদীৰ দলটো স্বাৰ্থান্ধ হৈ ইংৰাজৰ ভেদনীতি সমৰ্থন কৰি ৰাষ্ট্ৰীয় সংহতি বিৰোধী কাৰ্য্যত লিপ্ত হোৱাত, ইংৰাজে সেই স্বাধীনতা আন্দোলন মষিমূৰ কৰিবলৈ সমৰ্থ হ'ল।

পৰাধীনতাৰ গ্লানিত ব্যথিত হৈ যোৱা শতিকাৰ শেষ ভাগৰেপৰা লোকমান্য বালগঙ্গাধৰ তিলককে প্ৰমুখ্যে ভালেমান প্ৰবীণ নেতাই স্বাধীনতা লাভৰ কাৰণে পুনৰ সংগ্ৰাম চলাব ধৰিলে। এই শতিকাৰ বিশৰ দশকৰ পৰা এই স্বাধীনতা সংগ্ৰামক নেতৃত্ব দিলে মহামানৱ মহাত্মা গান্ধীয়ে। গান্ধীজীয়ে অনুভৱ কৰিছিল যে স্বাধীনতা সংগ্ৰামৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে প্ৰধানকৈ ৰাষ্ট্ৰীয় সংহতি বা ভাৰতীয় সকলৰ ঐক্যৰ ওপৰত। সেয়ে তেওঁ একতাৰ ডোলেৰে বান্ধ খাবলৈ বুলি দেশবাসী সকললৈ আবেদন জনালে। তেওঁৰ গভীৰ আন্তৰিকতাপূৰ্ণ অকৃত্ৰিম আহ্বানত অনুপ্ৰাণিত হৈ জাতি, ধৰ্ম, বৰ্ণ আৰু অঞ্চল

নিৰ্বিশেষে সকলো দেশবাসীয়ে হিংসা, দ্বেষ আৰু সাম্প্ৰদায়িকতা প্ৰভৃতি মহাব্যাধিৰ পৰা মুক্ত হৈ থিয় দিলে হি মহাত্মাজীৰ পিছত। এক বিৰাট সংখ্যক ভাৰতীয় ত্যাগ আৰু অহিংসাৰ মন্ত্ৰেৰে দীক্ষিত হৈ গান্ধীজীৰ নেতৃত্বত অসহযোগ আন্দোলনত জপিয়াই পৰিলত, আনকি কিল, লাঠি, গুলি, ফাঁচীকো উপেক্ষা কৰিবলৈ সক্ষম হোৱাত, ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা বৃটিছে ভাৰতক স্বাধীন বুলি ঘোষণা কৰি শেষত ভাৰত ত্যাগ কৰিবলৈ বাধ্য হ'ল।

কিন্তু তৃতীয় পক্ষৰ প্ৰবোচনাত মুছলিম লীগ আৰু হিন্দু মহাসভা নামে সাম্প্ৰদায়িক প্ৰতিদ্বন্দ্বী দল দুটাৰ সৃষ্টি হোৱাত আৰু কিছুমান গোড়া ধৰ্মান্ধ লোকে এই দলবোৰক সমৰ্থন কৰি ৰাষ্ট্ৰীয় সংহতি বিৰোধী কাৰ্য্য-কলাপ চলাই থকা কাৰণে অখণ্ড ভাৰত হ'ল দ্বিখণ্ডিত,—ভাৰতবৰ্ষ আৰু পাকিস্তান। বিদেশী সাম্ৰাজ্যবাদী ইংৰাজে বিয়পাই দি যোৱা সাম্প্ৰদায়িকতাৰ বাষ্পই আজি ভাৰতৰ ৰন্ধ্ৰে ৰন্ধ্ৰে প্ৰৱেশ কৰি ৰাষ্ট্ৰীয় জীৱন জৰ্জৰিত কৰি তুলিছে।

সাধাৰণ দৃষ্টিত এজন পাকিস্তানী আৰু এজন ভাৰতবাসীৰ মাজত আজিও কোনো বিভেদ নাই। বিশাল দেশ ভাৰতক কৃত্ৰিম ৰাজনৈতিক বিভাজনেৰে ভাগ কৰাত দুয়োখন দেশৰে জনসাধাৰণ কিছুমান অসুবিধাৰ সমুখীন হব লগাত পৰিছে। দুয়োখন দেশৰে বহুলোকে আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, ভাই-ককাই, বাই-ভনীৰপৰা বিচ্ছেদ হৈ বিৰহ যন্ত্ৰণা ভুগিব লগাত পৰিছে। বহু লক্ষলোকে ৰাজনৈতিক নেতা সকলৰ প্ৰবোচনাৰ হুজোগত পৰি পৈতৃক ভেটি-মাটি পৰিত্যাগ কৰি ভগনীয়া বেশত অতি দুখ কষ্টেৰে জীৱন যাপন কৰিব লগাত পৰিছে। ৰাজনৈতিক স্বাৰ্থহীন নিৰপেক্ষ পাকিস্তানী বা ভাৰতীয় ভগনীয়া এজনক ভাৰত বিভাজনৰ পৰা তেওঁৰ কি লাভ হৈছে এই কথা সুধিলে তেওঁ নিশ্চয় কেৱল অশেষ দুখ-কষ্ট আৰু নিৰ্য্যাতন বঢ়া বুলিহে ক'ব। বিভেদৰ পৰা লাভ হৈছে মাথোন এমুঠি ৰাজনৈতিক নেতাৰ, যিসকলে বিভাজনৰ পিছত ক্ষমতাত অধিষ্ঠিত হবলৈ সুচল পাইছে, আৰু



তেওঁলোকৰ অঙহী-বঙহী সুবিধাবাদী সকলৰ। নতুনকৈ সৃষ্টি হোৱা চৰকাৰী পদপীত বৰ বৰ বিষয়বাব পোৱা সকলবো বিভাজনৰ ফলত ঐহিক সুখ-শান্তি বাঢ়িছে। দুয়োখন দেশৰ জনসাধাৰণে ভুগিছে কেৱল দুখ-যন্ত্ৰণা আৰু নিৰ্য্যাতন।

সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰে ৰোপণ কৰি যোৱা বিভেদৰ বীজক মুছলিম লীগ আৰু হিন্দু মহাসভাকে ধৰি সাম্প্ৰদায়িকতাৰ সমৰ্থক দল বিলাকে প্ৰশ্ৰয় দিয়াৰ ফলত, আজি সাম্প্ৰদায়িকতাৰ বিষ বাষ্পই সমগ্ৰ ভাৰত বিষাক্ত কৰাৰ উপক্ৰম হৈছে। সংবিধানত আমাৰ দেশ ধৰ্ম বা সম্প্ৰদায় নিৰপেক্ষ যদিও, বহুতো নেতাই ধৰ্মনিৰপেক্ষতাৰ মুখাপিন্ধি তলে তলে স্বাৰ্থসিদ্ধিৰ কাৰণে নিৰ্বাচন পৰ্বকে ধৰি সকলোক্ষেত্ৰতে আশ্ৰয় লয় ধৰ্ম, সম্প্ৰদায়, জাত, কুল, গোত্ৰ আদিৰ।

স্বাধীনতা যুঁজৰ সময়ত গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা ত্যাগৰ আদৰ্শ অধিক মহান হোৱাৰ সলনি আমাৰ নেতৃবৰ্গ মতলীয়া হ'ল ভোগৰ লালসাত। মুখত ত্যাগৰ কথা আওৰাই, তলে তলে মত্ত হ'ল ক্ষমতা-লাভৰ প্ৰতিযোগিতাত। আজি ক্ষমতাত অধিষ্ঠিত নেতা মানেই যেন ঐশ্বৰ্য্য-বিভূতিৰ উপাসক, তেওঁলোকৰ কাৰণে স্বজনপ্ৰীতি যেন এক স্বাভাৱিক ৰীতি; ভোগ, বিলাস-বাসনা তেওঁলোকৰ কাৰণে যেন প্ৰাপ্য। নেতৃবৰ্গৰ মাজৰ যিসকলে ক্ষমতাত অধিষ্ঠিত হব নোৱাৰিলে, নানা দল-উপদলৰ সৃষ্টি কৰি তেওঁলোক প্ৰবৃত্ত হ'ল ক্ষমতা-লাভ যুদ্ধত। ফলত ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনৰ পিছৰেপৰা দেশৰ ভালেকেইখন ৰাজ্যত ঘনাই ঘনাই মন্ত্ৰীসভা পৰিবৰ্তন হব ধৰিছে, বিধান সভা আদি ভঙ্গ কৰি দি ক'তো ক'তো সময়ে সময়ে ৰাষ্ট্ৰপতিৰ শাসনো প্ৰবৰ্তন কৰিব লগাত পৰিছে বিধান সভাৰ সদস্য ৰাইজৰ নিৰ্বাচিত প্ৰতিনিধি সকলে ক্ষমতা লাভৰ আশাত ঘনাই ঘনাই দল পৰিবৰ্তন কৰি প্ৰায় ভাগ ৰাজ্যৰে শাসন ব্যৱস্থা অথিৰ কৰি তুলিছে।

সিফালে পাকিস্তানে দ্বিজাতিতত্ব মানিলৈ সাম্প্ৰদায়িক ৰাষ্ট্ৰৰূপে

জন্ম লাভ কৰাত, তাৰ নেতাসকলেও নিজৰ নিজৰ স্বাৰ্থ অটুট ৰাখিবৰ কাৰণে সততে ভাৰতৰ বিৰুদ্ধে সাম্প্ৰদায়িকতাৰ ভেটিত বিষোদ্গাৰ কৰি তাৰ জনসাধাৰণক বিভ্ৰান্ত কৰি তুলিছে। ইয়ে উভয় ৰাষ্ট্ৰৰ মাজত প্ৰীতিৰ ভাৱ অধিক শিথিল কৰাৰ উপৰিও ভুল বুজা-বুজিৰো সৃষ্টি কৰিছে। পাকিস্তান আৰু ভাৰত উভয় ৰাষ্ট্ৰৰে কিছুমান প্ৰকৃত ধৰ্মৰ তত্ব বিষয়ে অজ্ঞ ধৰ্মান্ধ লোকে সাম্প্ৰদায়িক উচটনিত ভোল গৈ উত্তেজিত হৈ নানাৰকমৰ সাম্প্ৰদায়িক অশান্তিৰ সৃষ্টি কৰি দুয়োখন ৰাষ্ট্ৰৰে প্ৰগতিত বাধা জন্মাইছে। দুয়োখন ৰাষ্ট্ৰৰ মাজত পৰস্পৰ সন্দেহৰ ভাৱ থকা কাৰণে, দুয়োখন ৰাষ্ট্ৰৰ চৰকাৰে সুবিশাল সীমান্ত অঞ্চল সুৰক্ষিত কৰাৰ কাৰণে দেশৰ সৰহখিনি সম্পদ ভগন কৰিব লগাত পৰিছে। ফলতঃ দুয়োখন ৰাষ্ট্ৰৰ চৰকাৰে জনকল্যাণ আৰু প্ৰগতি-মূলক কামত ব্যয় সংকোচ কৰিবলৈ বাধ্য হৈছে। অথচ কিছুমান প্ৰগতিমূলক কাম সমাধা নকৰিলেও নহয়; যাৰ কাৰণে দুয়োখন ৰাষ্ট্ৰৰ চৰকাৰ ধনী ৰাষ্ট্ৰ বিলাকৰ ওচৰত ঋণ বিচাৰি যাবলৈ বাধ্য হৈছে, আনকি কোনো কোনো ক্ষেত্ৰত ৰাষ্ট্ৰীয় মৰ্য্যাদা বিসৰ্জন দিও বিদেশী ধনী ৰাষ্ট্ৰৰ ওচৰত হাত পাতিবলৈ বাধ্য হৈছে। ঋণৰ বোজা দুয়োখন ৰাষ্ট্ৰৰেই বাঢ়ি গৈছে।

সম্প্ৰতি আমাৰ দেশৰ কোনো কোনো ন্যস্ত স্বাৰ্থযুক্ত নেতাই ধৰ্ম, ভাষা, গোষ্ঠী আৰু অঞ্চলৰ দাবী তুলিও ভিন ভিন দল উপদল গঢ়ি তুলিব ধৰিছে। অকল হিন্দু বা মুছলমান সম্প্ৰদায়ৰ ভেটিতেই নহয়, ক্ষুদ্ৰ ক্ষুদ্ৰ উপসম্প্ৰদায়, ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চল বা উন্নত অনুন্নত প্ৰভৃতি নানা ধ্বনি তুলি হোজা জনসাধাৰণক বিভ্ৰান্ত কৰি ৰাজনৈতিক নেতা-সকলে স্বাৰ্থপূৰণৰ অভিসন্ধি চলাই আছে। ইয়ে ৰাষ্ট্ৰীয় জীৱনৰ কাৰণে অপূৰণীয় ক্ষতি সাধন কৰিছে। মুখত সংহতিৰ ধ্বনি দিয়া কিছুমান শুধকুলীয়া ৰাজনৈতিক দল আৰু নেতাই নিজৰ স্বাৰ্থপূৰণৰ কাৰণে সেই সাম্প্ৰদায়িক দলবোৰৰ লগতে হলিগলি কৰা দেখা গৈছে।

দেশ স্বাধীন হোৱাৰ পিছত ভাষাৰ ভেটিত ৰাজ্য পুনৰগঠন



কৰাৰ পৰাও ৰাষ্ট্ৰীয় সংহতি বহু পৰিমাণে ব্যাহত হৈছে বুলি অনুভৱ কৰিব পৰা গৈছে। ভাষাৰ ভেটিত দেশ পুনৰ গঠন হোৱাৰ পিছত সুবিধাবাদী স্বাৰ্থপৰ লোক সকলে স্বকীয় অভীষ্ট সিদ্ধিৰ কাৰণে আঞ্চলিকতাৰ ভেটিত চূড়ান্তভাৱে বৈষম্যৰ সৃষ্টি কৰিবলৈ সুযোগ পাইছে। এনে বৈষম্যৰ ফলতে তামিলনাডু, কেৰেলা, মহাৰাষ্ট্ৰ, গুজৰাট, পঞ্জাব, হৰিয়ানা প্ৰভৃতি ৰাজ্যত ভাষা আৰু আঞ্চলিকতাৰ ভেটিত আন্দোলন আৰু বিক্ষোভৰ সৃষ্টি কৰি দেশৰ প্ৰভুত ক্ষতি সাধিলে। হিমাচল, হৰিয়ানা, নগাভূমি, মেঘালয়, মণিপুৰ, ত্ৰিপুৰা প্ৰভৃতি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য আঞ্চলিকতাবাদৰ সৃষ্টি। এই নতুন ৰাজ্যবোৰৰ সীমা বিৰোধে নানা ধৰণৰ অপ্ৰীতিকৰ সমস্যাৰ সৃষ্টি কৰি ৰাষ্ট্ৰীয় সংহতি খৰ্ব কৰিব ধৰিছে।

আঞ্চলিকতাৰ ভেটিত গঢ়ি উঠা আন্দোলন আৰু বিক্ষোভৰ অন্তৰালত নিহিত আছে ক্ষমতালোভী নেতৃস্থানীয় ব্যক্তি সকলৰ ক্ষমতা লাভৰ অভিলাষ। আগৰ বৃহত্তৰ অসমক বিভাগ কৰি নগাভূমি, মেঘালয়, আদি স্নকীয়া ৰাজ্য গঠন কৰাৰ লগে লগে ভাৰতৰ অন্যান্য প্ৰান্ততো সুবিধাবাদী নেতৃস্থানীয় ব্যক্তি সকলে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য গঢ়াৰ দাবী তুলিব ধৰিছে। এচাম মিজোই স্নকীয়া 'মিজোৰাম'ৰ দাবীত আন্দোলন কৰিছে, কাছাৰ আৰু মিকিৰ পাহাৰ জিলাই ও স্নকীয়া ৰাজ্যৰ দাবী তুলিছে। গোৱালপৰীয়া সকলৰ এচামে তুলিছে স্নকীয়া কমতাৰাজ্যৰ দাবী আৰু টাই-আহোম বংশীয় সকলৰ এচামে তুলিছে স্নকীয়া টাই-আহোম ৰাজ্যৰ।

আগৰ উপমহাদেশ ভাৰত বিভাগ হৈ 'ভাৰত', 'পাকিস্তান' হোৱাৰ পৰা যেনেকৈ জনসাধাৰণৰ অকল্যাণ হে হৈছে, নতুনকৈ গঢ়া বা গঢ়াৰ কাৰণে দাবী কৰা ৰাজ্যবোৰতো জনসাধাৰণৰ অকল্যাণ হে হব। লাভ হব ক্ষমতালোভী নেতৃস্থানীয় ব্যক্তি সকলৰ হে। মেঘালয় ৰাজ্য সৃষ্টি হোৱাত বৰ বৰ খিতাপ লাভ কৰিলে নেতৃস্থানীয় ব্যক্তি সকলেহে। জনসাধাৰণে কিন্তু ভবিব

লগা হ'ল আগতে কেতিয়াও দিব নলগা কেতবোৰ নতুন নতুন কৰ।

বিভাজন যিমানেই বেচি হ'ব, জনজীৱনৰ দুৰ্গতিও সিমানেই বৃদ্ধি পাব। তদুপৰি বৃদ্ধিপাব সীমামুৰীয়া ৰাজ্যৰ লগত বাদানুবাদ। ইয়ে বিলোপ কৰিব ৰাষ্ট্ৰীয় সংহতি।

অলপ গমি চালেই আমি উপলব্ধি কৰিব পাৰোঁ যে ৰাষ্ট্ৰীয় সংহতি লোপ পোৱা বা দুৰ্বল হোৱাৰ কাৰণে প্ৰধান ভাবে জগৰীয়া আমাৰ ৰাজনৈতিক পুৰুষ নেতাসকল। আমাৰ সংবিধানো কোনো কোনো ক্ষেত্ৰত সংহতি বিনাশকৰূপে প্ৰতীয়মান হয়। দেশৰ সংবিধানে মন্ত্ৰীসকলৰ কাৰণে যি সা-সুবিধাৰ ৰক্ষা কবচ পিন্ধাইছে, ইয়ে মন্ত্ৰীত্ব কৰি তুলিছে অতি লোভনীয়। সেৱাৰ আদৰ্শ দাঙি ধৰি বিধানসভা বা লোকসভালৈ নিৰ্বাচিত হোৱা সংসদী সদস্য মাত্ৰেই আজি ব্যস্ত মন্ত্ৰীত্ব লাভৰ চেষ্টাত। মন্ত্ৰীত্ব নাপালে এওঁলোকে ঘনাই ঘনাই দল পৰিবৰ্তন কৰে। আনকি অঞ্চল বা গোষ্ঠী-গোত্ৰৰ ভেটিত সুকীয়া ৰাজ্যৰো দাবী তোলে। অনেক ক্ষেত্ৰত দেখা গৈছে যে ক্ষমতা বাহাল ৰখাৰ কাৰণে মন্ত্ৰীসভাৰ পৰিমাণ আচৰিত ধৰণে বঢ়াই দিয়ে।

এনে নীতিয়ে কেৱল ৰাজনৈতিক অস্থিৰতাৰে যে সৃষ্টি কৰিছে, তেনে নহয়, ৰাষ্ট্ৰীয় সংহতিও বিলোপ কৰিছে। সন্দেহ, সন্দিগ্ধতা, হিংসা-ঈৰ্ষাই আমাৰ মন ঢাকি ধৰিছে। আনকি সত্যক সাহসেৰে উপস্থাপন কৰাৰ ক্ষমতাও আমি হেৰুৱাইছোঁ।

ৰাষ্ট্ৰীয় সংহতি অব্যাহত ৰাখিবলৈ হলে ৰাজনৈতিক স্থিৰতা আহিবই লাগিব। বিভাজন আৰু বিভেদৰ ভাৱ আঁতৰাই দূৰ অতীতৰ দৰে আজিও এক বৃহৎ বা 'বৰ অসম' বা ভাৰত গঢ়াৰ কাৰণেহে ব্ৰতী হ'ব লাগিব। স্বাৰ্থান্ধ নেতৃবৰ্গৰ টুটুকীয়া কথাত ভোল নগৈ, বৃহৎ ভাৰতীয় মহাজাতিৰ এটা ক্ষুদ্ৰ অংগ ৰূপে নিজক বিবেচনা কৰি, জাতীয় সংহতি ৰক্ষা কৰিবলৈ আগ বাঢ়িব লাগিব।



শ্ৰেণী-বৈষম্যইও ৰাষ্ট্ৰীয় সংহতি স্থাপনৰ পথত বিৰাট প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে। অতি প্ৰাচীন কালৰে পৰা আমাৰ সমাজত ধনী আৰু দুখীয়া শ্ৰেণী আছিল; কিন্তু দুয়োটা শ্ৰেণীৰ মাজৰ পাৰ্থক্য আছিল হাতৰ আঙুলি পাঁচটাৰ দৰে। আগেয়ে সকলো লোকে শাৰীৰিক শ্ৰম কৰাৰ ব্যৱস্থা আছিল। কিন্তু যিসকল লোক শাৰীৰিক শক্তি আৰু বুদ্ধি বিবেচনাত আনতকৈ শ্ৰেষ্ঠ আছিল, তেওঁলোক সাধাৰণতে সৰ্বসাধাৰণতকৈ বেচি ধনী হৈছিল। ৰজা মহাৰজা সকলৰ ৰাজভঁৰালত অসংখ্য ধন পুঞ্জীভূত হৈছিল যদিও, সেই ধন ব্যৱহাৰ হৈছিল জনহিতকৰ কামত হে। ধনীয়ে দুখীয়াক দান দিয়া এটা নিৰ্দিষ্ট ৰীতি আছিল। ইচলামতো পৱিত্ৰ ঈদ বা তেনে উৎসৱৰ দিনত উপহাৰ দিয়াৰ ব্যৱস্থা আছে। দান-দক্ষিণাৰ কথা আজিও নামত আছে, কামত নাই।

বৰ্তমান যুগ যান্ত্ৰিক যুগ। আগতে এদিনত কৰিব নোৱাৰা কাম আজি এঘণ্টাৰ ভিতৰত কৰিব পৰা হৈছে। গতিকে যন্ত্ৰৰ অধিকাৰী সকলে হাজাৰ হাজাৰ শ্ৰমিকৰ শ্ৰমৰ লভ্যাংশ পায়। নিজে শাৰীৰিক শ্ৰম নকৰাকৈ এওঁলোক হয় আঢ্যৱন্ত। আন-হাতে শাৰীৰিক শ্ৰম-জীৱী লোক সকলে যন্ত্ৰৰ লগত প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰি শেষত নিবনুৱা শ্ৰেণীত ভুক্ত হব লগা হয়। বহুতে বাধ্য হৈ ভাগ্যৱান ধনী সকলৰ কাৰখানাত বনুৱাৰূপে যোগ দিব লগাত পৰে। এনে দৰে সৃষ্টি হয় ধনী আৰু দুখীয়া বা গৰাকী আৰু শ্ৰমিকৰ। শ্ৰমিকৰ শ্ৰমৰ ওপৰত লাস-বিলাসত গা ঢালি দিয়া, শ্ৰমিকক মানুহ বুলি গণ্য নকৰা গৰাকী বা প্ৰভু সকলৰ প্ৰতি শ্ৰমিক সকল বিক্ষুব্ধ হোৱা তেনেই স্বাভাৱিক কথা। শ্ৰমিক সকলে বিক্ষোভ প্ৰদৰ্শন কৰিলে বা ন্যায্যদাবী উত্থাপন কৰিলে মালিক সকলে দমন নীতিৰ আশ্ৰয়লৈ বশীভূত কৰিবলৈ উদ্যত হোৱাৰ ফলত বিভেদ আৰু বাঢ়ে। যান্ত্ৰিক শক্তিৰ অধিকাৰী এমুঠি বৃহৎ ব্যৱসায়ীয়ে এনে দৰে [illegible]ৰ আৰ্থিক

সম্পদৰ সৰহভাগ গ্ৰাস কৰি ৰাষ্ট্ৰীয় সংহতিৰ ওপৰত কৰিছে কঠোৰ আঘাত।

আমাৰ দেশৰ ধনী সকলে তেওঁলোকৰ হাতত গচ্ছিত ধন-সোণ ৰাষ্ট্ৰীয় প্ৰয়োজন বা আৱশ্যকতাত প্ৰয়োগ নকৰি, ৰাষ্ট্ৰীয় অৰ্থনীতিৰ বিকাশতো আঘাত কৰিছে। আনকি দেয় কৰৰ পৰা মুক্ত হোৱাৰ কামনাৰে তেওঁলোক লিপ্ত হয় চোৰাং বজাৰত। ভোগ-বিলাসত মত্ত এই শোষণকাৰী দুৰ্নীতি পৰায়ণ লোক সকলে এনে দৰে ৰাষ্ট্ৰীয় জীৱন বিপন্ন কৰি তুলিব ধৰিছে।

দুৰ্নীতিগ্ৰস্ত শোষণকাৰীৰ দলৰ বিৰুদ্ধে শোষিত আৰু নিষ্পেষিত শ্ৰেণীয়ে জাতীয় চৰকাৰৰ ওচৰত প্ৰতিকাৰ বিচাৰি আবেদন কৰিও হতাশ হব লগাত পৰিছে। চৰকাৰে দুৰ্নীতিগ্ৰস্ত সকলক শাস্তি নিবিহাত বা বিহিব নোৱাৰাত, আজি দেশৰ এক বিৰাট সংখ্যক নাগৰিক, বিশেষকৈ যুৱ শক্তি বিক্ষুব্ধ হৈ উঠিছে ; আৰু সুবিধাবাদী ৰাজনৈতিক নেতা কিছুমানে এই বিদ্ৰোহী যুৱক সকলক স্বাৰ্থপূৰণৰ অস্ত্ৰ ৰূপে প্ৰয়োগ কৰি ভয়ংকৰ দুৰৱস্থাৰ সৃষ্টি কৰিছে। ৰাষ্ট্ৰীয় সংহতি অটুট ৰাখিবলৈ হলে যথাৰ্থ শ্ৰেণীহীন সমাজ ব্যৱস্থা গঢ়ি তুলিবই লাগিব।

ৰাষ্ট্ৰীয় সংহতিৰ অৱনতিৰ কাৰণে বিদেশী সভ্যতা সংস্কৃতিৰ অনুকৰণো বহু পৰিমাণে জগৰীয়া হব। ইংৰাজৰ ৰাজত্ব কালত আমাৰ ভাৰতীয় বিষয়াসকলৰ বহুতে ইংৰাজৰ সাজ-পাৰ, চাল-চলন, সভ্যতা-সংস্কৃতি সকলোকে অনুকৰণ কৰি শাসক সকলৰ প্ৰিয়ভাজন হবলৈ অশেষ যত্ন কৰিছিল। ভাৰতৰ শিক্ষিত যুৱক সকলৰ উপৰি আঢ্যৱন্ত সকলেও বিষয়া সকলৰ দৰে ইংৰাজক অনুকৰণ কৰিবলৈ লৈছিল। ইংৰাজৰ ৰাজনৈতিক শাসন ভাৰতৰ পৰা উকলিল সঁচা, কিন্তু সাংস্কৃতিক শাসনৰ সাম্ৰাজ্য অটুট থাকিল। আজিও আমাৰ বিষয়াসকল, আঢ্যৱন্ত সকল আৰু শিক্ষিত সকলৰ এক বিৰাট সংখ্যকে বিদেশী সংস্কৃতিৰ অনুকৰণ কৰি গৌৰৱ কৰিবলৈ কুণ্ঠাবোধ নকৰে।



ফলত জনসাধাৰণৰ লগত এওঁলোকৰ আত্মীয় সম্পৰ্ক ক্ৰমে ৰহিত হৈ আহিছে।

মহাত্মা গান্ধীও আছিল উচ্চ শিক্ষিত বিলাত ফেৰত ব্যাৰিষ্টাৰ। তেওঁ ভাৰতীয়ৰ প্ৰাণৰ কথা অনুভৱ কৰিব পাৰিছিল কাৰণেই ধাৰণ কৰিছিল 'অৰ্দ্ধনগ্ন ফকিৰ'ৰ বেশ। আনকি এখন আঠুমুৰীয়া চুৰিয়া পিন্ধি, গাত চেলেংখন মেৰিয়াই, ইংলণ্ডত বহা দ্বিতীয় ঘূৰণীয়া মেজ মেলত যোগ দিবলৈও দ্বিধাবোধ নকৰিলে। তেওঁৰ খাৱন, শোৱন, পিন্ধন আদি আছিল তেনেই সাধাৰণ। এই কাৰণে মহাত্মা গান্ধী আছিল ভাৰতীয় জনগণৰ প্ৰাণৰ 'বাপু'। জাতি, ধৰ্ম, বৰ্ণ, অঞ্চল নিৰ্বিশেষে সকলোৱে মহাত্মাক ভাল পাইছিল, পৰম আশা-বাসনাৰে অপেক্ষা কৰিছিল তেওঁৰ নিৰ্দেশলৈ। মহাত্মা গান্ধীৰ কথা আৰু কামৰ মাজেদি জনজীৱনে নিজকেই বিচাৰি উলিয়াব পাৰিছিল। স্বাধীনতা আন্দোলনৰ সময়ত গঢ়ি উঠা ৰাষ্ট্ৰীয় সংহতিৰ স্মৃতি আজিও প্ৰেৰণাদায়ক।

সম্প্ৰতি বিশ্বৰ ডাঙৰ ডাঙৰ জাতিবোৰৰ মাজত শক্তিৰ প্ৰতিযোগিতা চলিছে। এই শক্তিবোৰৰ ভয়ত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰবোৰ বিপন্ন হৈছে। নিৰুপায় হৈ বহুতো এক হৈ ওচৰ চাপিছে, কোনো নহয় কোনো বৃহৎ শক্তিৰ ওচৰত। ফলত একোটা বৃহৎ শক্তিক কেন্দ্ৰ কৰি গঢ়ি উঠিছে একো একোটা 'ৰাষ্ট্ৰ-জোট'। বৃহৎ শক্তিশালী ৰাষ্ট্ৰৰ হেচাঁত আজি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰবোৰ বিপন্ন হৈ উঠিছে। এনে অৱস্থালৈ লক্ষ্য কৰিয়েই আৰব গণৰাষ্ট্ৰৰ পৰলোকপ্ৰাপ্ত ৰাষ্ট্ৰপতি আব্দুল নাছেৰে অন্ততঃ আৰব ৰাষ্ট্ৰবোৰৰ মাজত সুদৃঢ় ভেটিত সংহতি স্থাপনৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। ইয়ে তেওঁলোকক যথাৰ্থতে শক্তি আৰু সংহতি দিছিল।

অতি প্ৰাচীন কালৰে পৰা আমাৰ শাস্ত্ৰকাৰ সকলে কৈ আহিছে,—'সংহতি কাৰ্য্য সাধিকা' বুলি। আজিও আমি মুকলি চকুৰে ইয়াক সূক্ষ্মভাৱে অনুভৱ কৰা উচিত হ'ব। ভাৰতবৰ্ষ অতি

বিশাল আৰু ঐশ্বৰ্য বিভূতিৰে পৰিপূৰ্ণ ৰাষ্ট্ৰ। আমাৰ নেতৃবৰ্গই সংকীৰ্ণতা পৰিহৰি ঐক্য আৰু সমতাৰ ভেটিত দেশ শাসনৰ ব্যৱস্থা কৰিবলৈ দৃঢ়পৰিকৰ হলে, ভাৰতীয়ই নিজে নিজৰ স্বাতন্ত্ৰ্য চিৰকাল অটুট ৰাখিবলৈ সমৰ্থ হ'ব, ঐশ্বৰ্য্য-বিভূতিৰে ভাৰত আকৌ ওপচি পৰিব, সাময়িক ভাবে দেখা দিয়া সকলো দুৰ্বলতা মষিমূৰ হৈ ৰাষ্ট্ৰীয় জীৱন সংহতিৰ ভেটিত আকৌ স্পন্দনপূৰ্ণ হ'ব।

———